হৰ-গৌৰী-সম্বাদ সূত-সংহিতা ষষ্টি পটল

# আচাৰ্য্য-সংহতি

৺দীননাথ শৰ্ম্মা বেজবৰুৱা প্ৰণীত

শিৱসাগৰ ঃ ১৮১৫শক

শ্ৰীমহেশ্বৰ নেওগ

সম্পাদিত

১৯৫৩

বাঁহী প্ৰেছ

শিৱসাগৰ : অসম

াঁহী প্ৰেছৰপৰা
প্ৰকাশিত

প্ৰথম প্ৰকাশ——১৮৯৩ চন

দ্বিতীয় প্ৰকাশ——১৯৫৩ চন

মূল্য— ছয় অনা

শিৱসাগৰ বাঁহী প্ৰেছত,
শ্ৰীলক্ষ্মীনাথ কটকীৰ
দ্বাৰা মুদ্ৰিত ।



ভাওৰীয়া স্বৰ্গীয় দীননাথ বেজবৰুৱা

# আগ-কথা

শ্ৰীমন্ত শঙ্কৰদেৱৰ মহাপুৰুষক এজনা ঐশ্বৰিক শক্তি আৰু অংশৰ মহাপুৰুষ বুলি সংস্কৃত ভাষাত লেখা এখন পুথনি "আচাৰ্য্য-সংহতি" নামৰ সাঁচিপতীয়া পুথিৰপৰা আমাৰ পূজনীয় পিতৃদেৱতা ডাঙৰীয়া ৺দীননাথ বেজবৰুৱাই আজি প্ৰায় ৩৬ বছৰ মানৰ আগত সংস্কৃতৰপৰা অসমীয়া-লৈ ভাঙে। তেখেতে পুৰণা অসমীয়া ভাষাত "গুৰুচৰিত্ৰ" নামৰ বৃহৎ পুথি নিজে ৰচনা কৰি পুথিৰ আকাৰেৰে মৰ্ম্মহা কি লেখকৰ হতুৱাই হাতেৰে লেখাই বহুত সত্ৰ আদি ঠাইত বিনা বেচত বিলাই দিছিল। এতিয়াও সেই বৃহৎ পুথি বহুত সত্ৰৰ নামঘৰৰ থাপনাত লুপ্ত অৱস্থাত আছে। ইয়াৰ বাহিৰেও "আচাৰ্য্য-সংহতি"ৰ দৰে "কল্পযামল" আদি কৰি বহুত পুথি সংস্কৃতৰপৰা অসমীয়া-লৈ ভাঙে। বৰ দুখৰ বিষয়, সেইবোৰ অইন নানা ৰকম মূল্যবান ধৰ্ম্মমূলক আৰু নিদানিক পুথিৰ দৰে লুপ্ত

হল । "আচাৰ্য্য-সংহতি" অসমীয়ালৈ ভাঙ্গোতে মোৰ বয়স প্ৰায় ১০।১১ বছৰমান আছিল । বৰ্ত্তমান মোৰ বয়স ৭৬ বছৰ । গতিকে এই "আচাৰ্য্য-সংহতি" অসমীয়ালৈ ভঙ্গা আজি প্ৰায় ৬৬।৬৭ বছৰ হব । সেই মূল সংস্কৃত পুথি পূজনীয় পিতৃদেৱতাই কৰপৰা পাইছিল তাক মোৰ মনত নাই । আমাৰ শিৱসাগৰৰ ঘৰৰ নিচেই ওচৰতে ৺দিবাকৰ শৰ্ম্মা পূজাৰি ডাঙ্গৰীয়া কেছাৰিত "পেস্কাৰ" কাম কৰি আছিল । তেখেত ৺ৰাধিকা শৰ্ম্মা পূজাৰি মাষ্টৰ, শ্ৰীখগেন্দ্ৰনাথ শৰ্ম্মা পূজাৰি উকীল আদিৰ পিতৃ । তেখেত ধাৰ্ম্মিক আৰু সজ্ স্বভাৱৰ মানুহ দেখি আমাৰ ৺পিতৃদেৱতাই তেখেতক নিজা পুত্ৰৰ দৰে মৰম কৰিছিল । তেখেতৰ কিতাপৰ কাৰবাৰ আছিল আৰু নিজেও এজন সেই সময়ৰ সাহিত্যিক আছিল, গতিকে বহুত সৰু সৰু ধৰ্ম্মমূলক আৰু সামাজিক কিতাপ পুথি ৰচনা আৰু অনুবাদ কৰি প্ৰকাশ কৰিছিল । ৺পিতৃদেৱতাই তেখেতৰ হতুৱাই ১৮৯২ চনত এই "আচাৰ্য্য-সংহতি" ছপাই প্ৰকাশ কৰায় আৰু তেতিয়াৰেপৰা এই কিতাপ পুনৰ ছপা হোৱা নাই । এইখনেই, মই যিমান জানো, দ্বিতীয় তাঙ্গৰণ । এই কিতাপ ছপোৱা সম্পূৰ্ণ খৰছ ৺পিতৃদেৱতাই পূজাৰি ডাঙ্গৰীয়াক আদাই কৰি দিছিল । ... বাইজৰ উপকাৰ হব



বুলি সত্ৰ, ভকত আৰু মহাপুৰুষৰ বৈষ্ণৱ ধৰ্ম্মত আস্থা থকা লোকক বেচ নোলোৱাকৈ বিলাই অন্ত কৰিলে । আজি প্ৰায় তিনিকুৰি বছৰৰ মূৰত ই আকৌ ৰাইজৰ আগত দেখা দিয়াত গুণগ্ৰাহী ৰাইজে যেন সাৱটি ধৰিব । মহাপুৰুষ দুইজনৰ গুণাৱলীয়ে, বৈষ্ণৱ ধৰ্ম্মই আৰু অসমীয়া সাহিত্যই এই অকণমান আসামক যেনেকৈ সকলোৰে আগত জিলিকাইছে, তাৰ সেই জেউতিয়ে যেন অসমীয়া লৰা, ডেকা আৰু বুঢ়া সকলোকে সেই মহাপুৰুষৰ আশিষ, আৰু আহি শিৰত লৈ আগ বাঢ়িবলৈ শক্তি আৰু উদগনি দিয়ে, এয়েই মহাপুৰুষসকলৰ পৰমাত্মাৰ ওচৰত মোৰ প্ৰাৰ্থনা ।

ইয়াতে একেষাৰ কথা জনাও যে, ৺পিতৃদেৱতাৰ অন্যতম সুযোগ্য পুত্ৰ আৰু ৺পিতৃদেৱতাৰ প্ৰায় সমানে শঙ্কৰী-বৈষ্ণৱ ধৰ্ম্মত অভিজ্ঞ আৰু অসমীয়া সাহিত্যৰ ঘাই ক্ষমতাপন্ন গুৰিয়াল ৺লক্ষ্মীনাথ বেজবৰুৱা ককাইদেৱে লেখি গৈছে— "কোৱা বাহুল্য যে মহাপুৰুষীয়া সম্প্ৰদায়ৰ নাম, প্ৰসঙ্গ, নীতি-নিয়ম আৰু গুৰুসকলৰ চৰিত্ৰ, ধৰ্ম্ম, কৰ্ম্ম সম্পৰ্কে আমাৰ ৺পিতৃদেৱতা authority স্বৰূপ আছিল । ঘাই মহাপুৰুষীয়া সত্ৰসকলৰ অনেক সন্ত-সাধু ভকতসকলে নাম-প্ৰসঙ্গৰ বিশুদ্ধ প্ৰণালী আৰু দুই

ঘ

মহাপুৰুষ, শঙ্কৰ-মাধৱৰ চৰিত্ৰৰ অনেক গোপনীয় তত্ত্ব তেখেতৰ ওচৰত শিকিবলৈ অহা আনি দেখিছিলো।

"মানবীম্"
লাইটুমখু
ছিলং
১৬।২।৫৩

মহাপুৰুষসকলৰ নিঃকিন সেৱক
শ্ৰীহৰিনাথ বেজবৰুৱা

# সম্পাদকৰ পাতনি

তিনি কুৰি বছৰৰ আগত ৪৪৮ শ্ৰীশঙ্কৰাব্দ, ১৮১৫ শকত সংস্কৃত শ্লোকে সৈতে "[ হৰ-গৌৰী-সম্বাদ সুত-সংহিতা ষষ্টি পটল ] আচাৰ্য্য-সংহতি"ৰ অসমীয়া পদ ভাঙনি কৰি দীননাথ বেজবৰুৱা ডাঙৰীয়াই শিৱসাগৰৰ দিবাকৰ শৰ্ম্মাৰ হতুৱাই প্ৰকাশ কৰে । বেজবৰুৱা ডাঙৰীয়াই মূল পুথিখনি কাৰপৰা ক'ত পাইছিল উল্লেখ কৰা নাই; তেওঁৰ স্বনাম-ধন্য পুত্ৰ স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাই "ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱন চৰিত"ত পিতৃয়েকৰ সংস্কৃত শাস্ত্ৰত ব্যুৎপত্তি সম্পৰ্কে আলোচনা কৰোঁতে লিখিছে—"স্কন্দপুৰাণৰ অন্তৰ্গত 'উৎকলখণ্ড' পুথি ডাঙৰীয়াই অসমীয়া পদলৈ ভাঙনি কৰিছিল । সেই পুথি এতিয়াও হাতে লিখা অৱস্থাতে আছে । ৰুদ্ৰযামালৰ অন্তৰ্গত হৰগৌৰি সংবাদৰ 'আচাৰ্য্য সংহতি' নামে পুথিৰও অসমীয়া পদ ভাঙনি ডাঙৰীয়াই কৰিছিল । ডাঙৰীয়া জীয়াই থাকোঁতেই সেই পুথি ছাপা হৈ ওলাইছিল ।"

"ৰুদ্ৰযামাল" নামৰ সংস্কৃত পুথি আমি এতিয়ালৈকে ক'তো দেখা পোৱা নাই। এক "সুত-সংহিতা"ৰ উল্লেখ শ্ৰীশঙ্কৰৰ "কীৰ্ত্তন-ঘোষা"তো আছে। "হৰ-গৌৰী-সম্বাদ" নামৰ পুথিৰ নাম পোৱা যায় আৰু এখনি ৰৰ্ত্তমানে পোৱাও গৈছে। অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত "অসম বুৰঞ্জী"ত (১৯৪৫ চনত প্ৰকাশিত) "হৰ-গৌৰী-সম্বাদ" নামৰ এখনি পুথি আৰু গৌড়ৰাজৰ কন্যা, কমতাৰ ৰাণী সুশুদ্ধি বা গড়মা কুঁৱৰীক লৈ গৌড় আৰু কমতাৰ যুদ্ধ সংঘটিত হৈছিল আৰু কুঁৱৰীৰ প্ৰেম-কাহিনীৰ লগত কছাৰী আৰু অসম দেশৰ দিহিঙীয়া ৰজা চুহুম্মুঙো (১৪৯৭—১৫৩৯ খ্ৰীঃ) জড়িত হৈছিল। এই পুথিখনি সেই হুল-স্থুলৰ সময়ত কুঁৱৰীয়ে বুদ্ধি কৰি পুখুৰীৰ পানীত পেলাই দিয়ালে বুলি বুৰঞ্জীখনিত উল্লেখ কৰা হৈছে। আন এখনি সংস্কৃত "হৰ-গৌৰী-সম্বাদ" পুথি তাৰ অসমীয়া ভাঙনিয়ে সৈতে বৰ্ত্তমান অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হৈছে। ইয়াত ঐতিহাসিক আৰু অৰ্দ্ধ-ঐতিহাসিক অনেক কাহিনী আৰু কামৰূপ অসমৰ ৰজাৰ কথা আছে। এইখনি পুথি সম্ভৱতঃ কমলেশ্বৰ-সিংহৰ দিনত লিখিত। এই পুথিৰ লগত আমাৰ বৰ্ত্তমান



পুথিৰ কোনো সংশ্ৰৱ থকা যেন নালাগে। তেনে হলে তৃতীয় এখনি "হৰ-গৌৰী-সম্বাদ" আছিল আৰু সেই পুথিৰে ষষ্ঠিতম অধ্যায়-স্বৰূপ এই "আচাৰ্য্য-সংহতি"ৰ শ্লোকখিনি বুলি ভাবিব লগীয়া হয়। কোনো সত্ৰত এই পুথি আৱিষ্কাৰ হোৱাটো একো আচৰিত কথা নহব। ইয়াৰ আগৰ অধ্যায়বোৰত "সত্য, ত্ৰেতা আৰু দ্বাপৰৰ ধৰ্ম্ম-ব্যৱস্থা"ৰ কথা আছিল বুলি প্ৰথম শ্লোকৰপৰা অনুমান কৰিব পাৰি। বৰ্ত্তমান প্ৰাপ্ত শ্লোকৰপৰা অন্ততঃ "আচাৰ্য্য-সংহতি"ৰ ৰচনাৰ কাল সম্বন্ধেও অনুমান কৰিব পাৰি। ৫২ শ্লোকত পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰৰপৰা ২৪ জন আচাৰ্য্য হোৱাৰ কথা উল্লেখ আছে। পুৰুষোত্তম ঠাকুৰৰ মৃত্যু হয় ১৫৩৮ শকত (১৬১৬ খ্ৰীঃ) আৰু চতুৰ্ভুজ ঠাকুৰৰ মৃত্যু ১৫৭০ শকত (১৬৪৮ খ্ৰীঃ)। গতিকে সপ্তদশ শতিকাৰ শেহ ভাগত দুজনা ঠাকুৰৰপৰা বঢ়া কোনো পুৰুষ-সংহতিৰ সত্ৰত "আচাৰ্য্য-সংহতি"ৰ শ্লোক ৰচিত হৈছিল বুলি ভাবিব পাৰি। পুৰুষ-সংহতিৰ ঘাই কেন্দ্ৰ বৰদোৱাতেই ই ৰচিত হৈছিল বুলি ভাবিবৰো কাৰণ আছে।

এটি কথা লক্ষ্য কৰিব লগীয়া— "আচাৰ্য্য-সংহতি"ত ব্ৰহ্ম, পুৰুষ আৰু কাল-সংহতিৰ উল্লেখ আছে (শ্লোক ৪৯); কিন্তু নিকা-সংহতিৰ নাম দিয়া হোৱা নাই। সপ্তদশ

শতিকাৰ শেহ ভাগতে লিখিত "কথা-গুৰুচৰিত"ৰ (বৰ্ত্তমান অধ্যাপক শ্ৰীযুত উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ দ্বাৰা সম্পাদিত) এঠাইত চাৰিও সংহতিৰ কথা আছে কিন্তু স্থানান্তৰত তিনিটি পথৰ কথা আছে— নিগুৰ্ণা, কেৱলা আৰু ভাগৱতী, আৰু এই তিনিটি পথৰ সংহতি নাম দিয়া আছে—ব্ৰহ্মঘটি (ব্ৰহ্মসংহতি), নিকাঘটি (নিকাসংহতি) কালঘটি (কালসংহতি)। "কথা গুৰুচৰিতৰ" এই কথাৰ পৰা আৰু "আচাৰ্য্য-সংহতি"ৰ উল্লিখিত শ্লোকৰপৰা অনুমান কৰিব পাৰিনেকি—দুয়োখনি পুথি একে সময়তে ৰচিত আৰু সেই সময়ত পুৰুষ-সংহতি আৰু নিকা-সংহতিৰ মাজত ফাট মেলা নাছিল ?

গুৰু-চৰিতসমূহক সন্নিৱিষ্ট বিষয়-বস্তুৰ কালৰপৰা দুটা ভাগত ভাগ কৰিব পাৰি। (১) দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ আৰু ৰামানন্দ দ্বিজৰ চৰিত; আৰু (২) ৰামচৰণ ঠাকুৰৰ নামত প্ৰচলিত চৰিত, 'বাঁহী'ত প্ৰকাশিত বৰদোৱাৰ চৰিত, "কথা-গুৰুচৰিত" আৰু ১৭৭৩ শকত নকল কৰা চৰিত, "গুৰুচৰিত"ৰ চমু সংস্কৰণ। আন যি দুই এখন চৰিত পোৱা যায় বা যাব সিবোৰ পিছৰ ভাগৰ অন্তৰ্গত হোৱাৰ সম্ভাৱনা বেছি। "আচাৰ্য্য-সংহতি"তো পিছৰ ভাগৰ চৰিতসমূহৰ লক্ষণকে দেখা পোৱা যায়।

"আচাৰ্য্য-সংহতি"ত সন্নিৱিষ্ট কথাৰ ভিতৰত বিশেষ



মন কৰিব লগীয়া কথা কেইটিমান তলত তালিকা কৰি দিয়া হ'ল।

(১) বৌদ্ধ ধৰ্ম্মৰ প্ৰতি বিৰূপ দৃষ্টি। স্বয়ং শঙ্কৰদেৱৰ "বামানয় শাস্ত্ৰে মুহি আছা সৰ্ব্ব জন" কথাষাৰৰপৰাই এই দৃষ্টিয়ে বহল ৰূপ ধাৰণ কৰিছে।

(২) বৌদ্ধ ধৰ্ম্মক প্ৰতিৰোধ কৰোঁতা অদ্বৈতবাদী, মায়াবাদী শঙ্কৰাচাৰ্য্যৰ প্ৰশংসা। অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ প্ৰামাণ্য ভাগৱতৰ টীকা-ৰচয়িতা ভক্ত শ্ৰীধৰ স্বামী শঙ্কৰাচাৰ্য্য-সম্প্ৰদায়ৰে লোক। সেই টীকা আনি শঙ্কৰদেৱক দিওঁতা জগদীশ মিশ্ৰও সম্ভৱতঃ এই সম্প্ৰদায়ৰে।

(৩) শ্ৰীশঙ্কৰ, উত্তৰ ভাৰতত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰোঁতা ৰামানন্দ, বঙ্গৰ শ্ৰীচৈতন্য আৰু নিম্বাৰ্ক সম্প্ৰদায়ৰ হৰিব্যাস মুনিক হৰিৰ চাৰি অৱতাৰ বুলি ধৰা। বৰদোৱা চৰিত আদিতো এই গণনা দেখা যায়।

(৪) শঙ্কৰৰ গুপ্ত নাম "গঙ্গাধৰ"ৰ উল্লেখ। দৈত্যাৰি ঠাকুৰেও এই নাম দিছে।

(৫) মহেন্দ্ৰ কন্দলিৰ টোলৰ স্থান-নিৰ্ণয় (শ্লোক ২৭) আৰু সেই স্থানৰ পিছৰ অৱস্থা-বৰ্ণন (শ্লোক ৫৫)।

(৬) প্ৰথম তীৰ্থ-ভ্ৰমণৰ কথাত উত্তৰ ভাৰতৰ তীৰ্থসমূহৰ মাত্ৰ উল্লেখ (শ্লোক ৩৪)।

(৮) শ্ৰীশঙ্কৰ বিষ্ণুৰ অৱতাৰ, মাধৱদেৱ বলৰাম অৱতাৰ, ৰামৰাম বিপ্ৰ ব্ৰহ্মাৰ অৱতাৰ, জগদীশ মিশ্ৰ শুকৰ অৱতাৰ আদি উক্তি।

(৯) শঙ্কৰৰ পাটবাউসীত স্থিতি কাল ছাবে ওঠৰ বছৰ বুলি নিৰূপণ। পাটবাউসীৰ স্থানীয় বিশ্বাসো তদনুৰূপ।

(১০) শঙ্কৰদেৱৰ আজ্ঞাপৰ আচাৰ্য্যসকলৰ নাম— ৰামৰাম, হৰি(দেৱ), দামোদৰ(দেৱ), এই তিনিজন ব্ৰাহ্মণ; মাধৱ, নাৰায়ণ, মনু আৰু হৰিহৰ অব্ৰাহ্মণ (শ্লোক ৩৮)। ইয়াত "মনু"ৱে কাক বুজাইছে, ধৰা টান।

(১১) মাধৱদেৱৰ আজ্ঞাপৰ আচাৰ্য্যসকলৰ নাম— বংশীগোপাল, যদুমণি (আধাৰ), শ্ৰীহৰি (লাইআটি), এই তিনিজন ব্ৰাহ্মণ; বাকীসকল অব্ৰাহ্মণ— ৰামচৰণ, গোপাল (ভৱানীপুৰ), মথুৰাদাস, গোৱিন্দ (খটৰা), বিষ্ণু (বৰবিষ্ণু, চমৰিয়া), লক্ষ্মীকান্ত (ঢোপগুৰি), পদ্মপাণি (ৰা বহুলা আতা), গোপাল (পঢ়িয়াপাৰৰ), কেশৱ (ভাটৌকুচীয়া কেশ'চৰণ আতা)।

অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ আৰু সত্ৰৰ বুৰঞ্জী বুজোত এই এধানমান পুথিখনিয়ে নিশ্চয় সহায় কৰিব। ধৰ্ম্ম-বিশ্বাসৰ অনুকূল গুৰুসকলৰ দেৱীকৰণৰ বাহিৰে অনৈতিহাসিক কোনো কথা আমি ইয়াত দেখা পোৱা নাই। পুথিখনিৰ সংস্কৃত ভাষাৰ বিষয়ে এটি মন্তব্য আৱশ্যকীয়।



দিৱাকৰ শৰ্ম্মাৰ প্ৰকাশিত পুথিখনিত অনেক ধৰণৰ ভুল আছিল; বোধ হয় পুৰণি পুথিত যেনেভাৱে পোৱা হৈছিল, তেনেভাৱেই ছাপাও কৰা হৈছিল। ৰাধাকান্ত সন্দিকৈ কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক দেৱীদাস ভট্টাচাৰ্য্যৰ সহযোগত ব্যাকৰণৰ ভুল আমি যথাসাধ্য শুধৰাই দিছো, তথাপি তাৰ ভালকৈ জনি নমৰিছে। শ্লোক-ৰচক জনৰ ভাষা-জ্ঞান থাকিলেও বা ক'তোবা তেওঁৰ কবিত্বৰ বেঙনিয়ে দেখা দিলেও, তেওঁযে ছান্দসিক নহয়, ই ধ্ৰুৱ; আৰু সম্পাদনৰ সময়ত আমিও ছন্দৰ কথা সম্পূৰ্ণ বাদ দি চলিছো। বেজবৰুৱা ডাঙৰীয়াৰ ভাঙনি সৰল আৰু মুকলি; সি মূলৰ কথাখিনি বুজাত পাঠকক সহায় কৰিব।

গুৱাহাটী বিশ্ববিদ্যালয়
৮ ডিচেম্বৰ, ১৯৫২

শ্ৰীমহেশ্বৰ নেওগ

# স্মৃত-সংহিতাৰ

# আচাৰ্য্য-সংহতি

জয় গুৰু নাৰায়ণ সত্য সনাতন ।
অচিন্ত্য অনন্ত ভক্ত-ভয়-বিনাশন ॥
মায়াক প্ৰকাশি সৃষ্টি পালন সংহাৰ ।
কৰিবাৰ অৰ্থে নানা হুয়া অৱতাৰ ॥
দুষ্ট জন বিনাশিয়া সন্ত-ৰক্ষা হেতু ।
যশ বিস্তাৰিলা প্ৰভু তুমি বিশ্বকেতু ॥
যাৰ নাম-গুণ লৈয়া ভৱ-নদী তৰি ।
তাক বিস্তাৰিলা প্ৰভু নানা ৰূপ ধৰি ॥
শ্ৰৱণ-কীৰ্ত্তন ভক্তি ধৰ্ম্ম-শিৰোমণি ।
প্ৰচাৰিবে লাগি প্ৰভু দেৱ চক্ৰপাণি ॥
চাৰি অংশে ভৈলা আসি আপুনি প্ৰকাশ ।
শঙ্কৰ চৈতন্য ৰামানন্দ হৰিব্যাস ॥
তাহাৰ চৰণ-ৰেণু কৰিয়া প্ৰণাম ।
পদ ছন্দে কিছু যশ লিখোঁ অনুপাম ॥

এহি আশা তাহাৰ কৃপাক অভিলাষ ।
যেন মতি দিয়ে প্ৰভু কৰিবো প্ৰকাশ ॥
ৰুদ্ৰ-যামল সুত-সংহিতাৰ কথা ।
প্ৰথমে বৰ্ণনা আমি কৰিবোহোঁ এথা ॥
যিটো কথা ষষ্টিতম পটলে লিখিল ।
আচাৰ্য্য-সংহতি বুলি যাৰ নাম ভৈল ॥
মূল শ্লোক যুক্ত কৰি পয়াৰৰ ছন্দে ।
যথা-মতি নিবন্ধিবো পৰম আনন্দে ॥
তাত পৰে শঙ্কৰদেৱৰ কথাচয় ।
মাধৱ সহিতে প্ৰৱৰ্ত্তিলা যেন নয় ॥
সিসৱ চৰিত্ৰ অল্প প্ৰকাশিবে প্ৰতি ।
সন্ত-আজ্ঞা শিৰে ধৰি আমি মূঢ়মতি ॥
আৰম্ভণ কৈলো পদ ছন্দে লিখিবাৰ ।
আশা পূৰ্ণ কৰা কৃপাময় একবাৰ ॥

ঋষয় উচুঃ

ব্যাসশিষ্য মহাপ্ৰাজ্ঞ সৰ্ৱৱেদৱিদাম্বৰ !
শ্ৰুতা তৱ মুখাম্ভোজাৎ পুৰাণসংহিতা শুভা ॥
সত্যত্ৰেতাদ্বাপৰাণাং ব্যৱস্থা তে মুখাৎ শ্ৰুতা ।
চতুৰ্থস্য যুগস্যৈৱ ধৰ্মাৱস্থাম্বদানঘ ! ॥ ১



শৌনকাদি ঋষি পুছে সুত মহাজন ।
তযু মুখে শুনি আছো সংহিতা-পুৰাণ ॥
সত্য ত্ৰেতা দ্বাপৰৰ শুনি আছো কথা ।
কলিযুগ-ধৰ্ম্ম আৰে কহিয়োক যথা ॥

সুত উৱাচ

সাধু পৃষ্টং মহাভাগাঃ
মুনয়ো ৱিমলাশয়াঃ ।
যদাহ ভগৱান্ ৰুদ্ৰঃ
পৃষ্টো গিৰিজয়া ৱিভুঃ ॥
শৃণুত তন্মুখান্মম
সাৱধানং মহৰ্ষয়ঃ ॥ ২

সুত নিগদতি শুদ্ধাশয় মুনিগণ ।
পৰম পৱিত্ৰ কথা কহিবো এখন ॥
যিটো কথা মহেশানী দেৱীৰ প্ৰশ্নত ।
ৰুদ্ৰদেৱে প্ৰকাশিয়া কহিলা পূৰ্ব্বত ॥
তাক প্ৰপঞ্চিয়া কহোঁ শুনিলোহোঁ যেন ।
সাৱধানে শুনিয়োক মুনি মহাজন ॥

পাৰ্ব্বত্যুৱাচ

দেৱ দেৱ মহাদেৱ
সৰ্ব্বসংহাৰকাৰক ! ।
দুষ্টেন কলিনা ধৰ্ম্মে
নাশিতে ক্ষৌণিমণ্ডলে ॥
সংসাৰাৰ্ণৱতৰণে
ক উপায়ো নৃণাং প্ৰভো ।
এতন্মে ব্ৰুহি ভগৱন্ !
কৃপয়া পৰমেশ্বৰ ॥ ৩

পাৰ্ব্বতী বদতি স্বামী প্ৰভু শূলপাণি ।
সৰ্ব্ব-সংহাৰক দেৱ দেৱ মহামানী ॥
দুষ্ট কলি পৃথিৱীৰ ধৰ্ম্মক নাশিব ।
সংসাৰ তৰিতে নৰে কি উপায় হৈব ॥
তাক কহিয়োক কৃপাময় মহেশ্বৰ ।
শুনিয়া দিলন্ত শিৱে দেৱীক উত্তৰ ॥

শ্ৰীমহাদেৱ উৱাচ

শৃণু ত্বং পৰমেশানি !
যথা মে পৰিপৃচ্ছসি ।
আদৌ সত্যে শুদ্ধধৰ্ম্মঃ ।
আসীদ্বৈ হৰিনামকম্ ॥



অকৃত্বা যজ্ঞদানানি
মন্ত্ৰহোমাদিকানি চ ।
বৈকুণ্ঠলোকে তৎস্থানং
হৰিনাম্নৈৱ লভ্যতে ॥ ৫
যজ্ঞদানবহিৰ্ভূতাঃ
লোকান্ দৃষ্ট্বা দিৱৌকসঃ ।
কপটেনৈৱ নামানি
গোপয়ামাসুৰোজসা ॥
তান্যেৱ হৰিনামানি
ৰামকৃষ্ণাৱতাৰতঃ ।
ব্যক্তীকৃত্য কলে-
লোকান্ বহুশঃ চোদ্ধৰিষ্যতি ॥ ৬

শুনিয়ো পাৰ্ব্বতী যেন পুছিলা আমাত ।
আদি সত্য যুগে হৰি-নাম আছিলন্ত ॥
যজ্ঞ দান হোম কিছু লোকে নকৰন্ত ।
দেখি দেৱগণে তাত বিষাদ পাইলন্ত ॥
যজ্ঞাদি নকৰি লোকে বৈকুণ্ঠক যাই ।
জানি দেৱগণে তাত কপট কৰাই ॥
নামক গোপন কৰাই থোৱাইলন্ত অতি ।
তাত পাছে সেহি নাম প্ৰকাশ ভৈলন্তি ॥

ৰাম কৃষ্ণ অৱতাৰ ধৰিয়া মাধৱ ।
নাম ব্যক্ত কৰি কলি-লোক উদ্ধাৰিব ॥

কৃষ্ণে স্বধামোপাগতে
ব্ৰহ্মণ্যে ধৰ্মবৰ্মণি (?) ।
যুধিষ্ঠিৰে ধৰ্মসুতে
স্বৰ্গতে ধৰ্মপালকে ॥
উদ্ধৱে কৃষ্ণবাক্যেন
ৱদৰ্য্যাশ্ৰমসংস্থিতে ।
শুদ্ধোদনসুতো বুদ্ধো
নাম্না চাৱতৰিষ্যতি ॥ ৭
গয়াপ্ৰদেশতো দেৱি !
চৰিত্ৰং শৃণু তস্য ৱৈ ।
ছন্নং কৃত্বা ৱেদমাৰ্গং
শাস্ত্ৰৈৰৱামানৈৰ্জগৎ ।
মোহয়িষ্যতি তচ্ছিষ্যৈ-
ৰৱামাচাৰ্যাদিভিৰ্বিভুঃ ॥ ৮

পাছে সেই কৃষ্ণ প্ৰভু ভকত-বৎসল ।
বৈকুণ্ঠ ধামক যাইবে এড়ি ভূমি স্থল ॥
ধৰ্ম্মৰ পালক যুধিষ্ঠিৰ ধৰ্ম্মসুত ।
পৃথিৱী ছাড়িয়া স্বৰ্গে হৈব উপগত ॥
কৃষ্ণৰ আদেশ পায়া উদ্ধৱ মহন্ত ।



বদৰিকাশ্ৰমে গৈয়া তথা ৰহিবন্ত ॥
সেহি সময়ত শুদ্ধোদন-সুত ৰূপে ।
বোধ অৱতাৰ হৈব জানিবা স্বৰূপে ॥
গয়া প্ৰদেশত অৱতৰি মহামতি ।
বেদ-পথ ছন্ন কৰি থাকিয়া তহিতি ॥
বামানয় শাস্ত্ৰ প্ৰকাশিবে জগতত ।
তান শিষ্য সৱে মোহি ফুৰিবে সতত ॥

তদ্দৃষ্ট্বাহং মহেশানি !
শঙ্কৰাচাৰ্যনামতঃ ।
সন্তৰিষ্যন্ শুদ্ধধৰ্মং
ৱৰ্ত্তয়িষ্যামি নিৰ্মলম্ ॥ ৯

তাক দেখি শঙ্কৰ-আচাৰ্য্য নাম ধৰি ।
সত্তৰ হৈবোহোঁ মই ধৰ্ম্ম ৰক্ষা কৰি ॥

নাম্না পৰমহংসাখ্যং
প্ৰতীচ্যান্দিশি সুন্দৰি !
শ্ৰীমদ্ভাগৱতং শাস্ত্ৰং
বুদ্ধৈনৈৱ তিৰস্কৃতং ॥
লোপপ্ৰায়ং ৱেদশাস্ত্ৰং
ব্যক্তীকৃত্য দুৰাশদান্ ॥ ১০
বুদ্ধশিষ্যান্ নিৰ্জিত্য
ৱাদেন পৰমেশ্বৰি !

লোকান্ সমুদ্ধৰিষ্যামি
দোষসিন্ধৌ কলৌ যুগে ॥
ধৰ্ম্মং পৰমহংসাখ্য-
মুপদিশ্যামি তান্ তদা ॥ ১১

শ্ৰীমন্ত পাৰমহংস্য শাস্ত্ৰ ভাগৱত।
পশ্চিম দিশত বৌদ্ধে লোপ কৰিবন্ত ॥
আৰো বেদ-শাস্ত্ৰমানে ছন্নপ্ৰায় কৰি।
বামানয় শাস্ত্ৰ প্ৰকাশিব সুৰেশ্বৰী ॥
সিকাৰণে মই বোধ-শিষ্যসকলক।
বাদ কৰি জিনিবোহোঁ জানিবা প্ৰত্যেক ॥
মহাভাগৱত তদা প্ৰকাশ কৰিবো।
কলি-সাগৰত লোকসৱ উদ্ধাৰিবো ॥

প্ৰয়াগে পুষ্কৰে চৈৱ
বাৰাণস্যাঞ্চ কুত্ৰচিং
তদ্ ধৰ্মনিৰতাঃ কেচিৎ
ভৱিষ্যন্তি চ সজ্জনাঃ ॥ ১২

প্ৰয়াগ পুষ্কৰ বাৰাণসী আদি স্থানে।
সেহি ধৰ্ম্মে নিৰত হৈবেক সাধুজনে ॥

ধৰ্মপ্ৰৱৰ্ত্তকে দেৱি!
স্বধামোপাগতে ময়ি।



পুনৰ্বৌদ্ধৈৰধৰ্ম্মিষ্ঠৈ-
ৰ্ধৰ্মে সংনাশিতে কলৌ ॥ ১৩
ধৰ্মলোপং সমাজ্ঞায়
ভগৱান্ হৰিৰীশ্বৰঃ।
সপাৰ্ষদঃ চাৱতীৰ্য্য
সদ্ধৰ্ম্মম্পালয়িষ্যতি ॥ ১৪

পাছে ধৰ্ম্ম-প্ৰৱৰ্ত্তক মই ভগৱতী।
তাৰ হন্তে নিজ স্থানে আসিবোহোঁ ঐতি ॥
তাক দেখি পুনৰ্ব্বাৰ বৌদ্ধ অধৰ্ম্মিষ্ঠ।
ধৰ্ম্মক নাশিবে আসি হৈবন্ত প্ৰবিষ্ট ॥
ধৰ্ম্ম লোপ কৰে জানি জগত-আধাৰ।
পাৰ্ষদ সহিতে গৈয়া হৈব অৱতাৰ ॥
বুদ্ধ ধৰ্ম্ম বিনাশিয়া ধৰ্ম্মক পালিব।
সি কাৰণে হৰি চাৰি অংশে গৈয়া হৈব ॥

শ্ৰীচৈতন্যো হৰিব্যাসো
ৰামানন্দোঽথ শঙ্কৰঃ।
এতে খলু ভৱিষ্যন্তি
কলৌ ধৰ্মপ্ৰৱৰ্ত্তকাঃ ॥
পূৰ্বে চ পশ্চিমে চৈৱ
দক্ষিণে চোত্তৰে তথা।
এতেষাং উপদেশেন
তৰিষ্যন্তি কলৌ নৰাঃ ॥ ১৫

শ্ৰীচৈতন্য শ্ৰীশঙ্কৰ আৰু হৰিৰাস।
ৰমানন্দ সমে চাৰি হৈবন্ত প্ৰকাশ।
তাহাৰা কলিত হৈব ধৰ্ম্ম-প্ৰৱৰ্ত্তক।
দক্ষিণ পশ্চিম পূৰ্ব্বে উত্তৰ দিশৰ।
ইহাবাৰ উপদেশে কলিৰ লোকৰ।
তৰণ উপায় হৈব জানা দেৱী সাৰ॥

পাৰ্ব্বত্যুৱাচ

নীলকণ্ঠ! মহাভাগ!
ৱদতো ৱদতাং ৱৰ!
কামৰূপস্ত যৎস্থানং
মম ক্ষেত্ৰং সুখাৱহং॥
কামাখ্যাৰূপিণী চাহ-
মভৱং, যত্ৰ শঙ্কৰ!
ৱিশুদ্ধং যত্ৰ তে লিঙ্গং
ৱিশ্বনাথো মহেশ্বৰঃ॥
যত্ৰ শ্ৰীমাধৱো ৱিষ্ণুঃ
হয়গ্ৰীৱস্বৰূপধৃক্।
তত্ৰত্যানাস্ত লোকানাম্
আচাৰ্যঃ কো ভৱিষ্যতি॥ ১৬

পাৰ্ব্বতী বদতি নীলকণ্ঠ মহাদেৱ।
কহিয়ো আমাক তযু পদে কৰো সেৱ॥



কামৰূপ স্থান মোৰ ক্ষেত্ৰ সুখাৱহ।
কামাখ্যা-ৰূপিণী মই কৰোহোঁ নিৰ্বাহ॥
যিটো স্থানে তৱ লিঙ্গ আছে বিশ্বনাথ।
মাধৱ নামত হয়গ্ৰীৱ জগন্নাথ॥
তথাত আছন্ত যত লোক নিৰন্তৰ।
তাৰ ধৰ্ম্মাচাৰ্য্য কোন হৈব মহেশ্বৰ॥

মহাদেৱ উৱাচ

কামৰূপস্ত তে ক্ষেত্ৰং
কমনীয়ং বৰাননে।
অৱতৰিষ্যে তদ্দেশে
ৱিষ্ণুব্ৰহ্মাদিভিৱ্‌ৱৃতঃ॥
ততোঽপ্যন্যে ভৱিষ্যন্তি
আচাৰ্যাঃ ৱিমলাশয়াঃ।
ভক্তিমাৰ্গোপদেষ্টাৰঃ
সৰ্ব্বলোকহিতে ৰতাঃ॥ ১৭

মহাদেৱ নিগদতি শুনা বৰাননী।
কামৰূপ তৱ ক্ষেত্ৰ আছয় শোভনী॥
তাত ব্ৰহ্মা আদি দেৱগণ সমন্বিতে।
হৈবে অৱতাৰ হৰি কহিলো সাম্প্ৰতে॥
আন আন আচাৰ্য সকল সুনিৰ্ম্মল।
ভক্তি-প্ৰদৰ্শক পথ দেখায়া বিপুল॥

লোকৰ হিতৰ অৰ্থে প্ৰচাৰ কৰিব।
যাক লভি লোকসৱে ভৱপাৰ পাইব॥

পাৰ্ব্বত্যুবাচ

কস্মিন্ গ্ৰামে হি ভগৱন্!
নাম্না কেন জগদ্গুৰো।
সম্ভৱিষ্যতি বৈ বিষ্ণু-
ৰ্দেয় কৃপয়েশ্বৰ!॥ ১৮

পাৰ্ব্বতী বদতি শুনা জগতৰ গুৰু।
কোন দেশে কিবা নামে হৰি কল্পতৰু॥
প্ৰকাশ হৈবেক যেন প্ৰভু কৃপাময়।
তাক কহিয়োক যেন জানা পৰিচয়॥

ঈশ্বৰ উবাচ

কুসুমনামতঃ ভাৰী
কায়স্থঃ সুমহাযশাঃ।
নাম্নি বটদ্ৰৱাগ্ৰামে
তজ্জায়া সত্যসন্ধিকা॥
অপুত্ৰস্য প্ৰবয়সঃ
কুসুমস্য মহাত্মনঃ।
মতিৰ্ভৱিষ্যতি শুভা
শিৱলিঙ্গপ্ৰপূজনে॥ ১৯



ঈশ্বৰ বদতি শুনা পাৰ্ব্বতী গোসানী।
যেনমতে অৱতাৰ হৈব চক্ৰপাণি॥
হৈবেক কুসুম নাম কায়স্থ প্ৰধান।
বটদ্ৰৱা নাম গ্ৰামে মহাযশৱান॥
তান ভাৰ্য্যা হৈব সত্যসন্ধিকা নামত।
অপুত্ৰক হন্তে বহু বয়স যাইবন্ত॥
মনত ভাবিয়া পাইব কুসুম প্ৰধান॥
শিৱ-অৰ্চ্চা কৰি মই হৈবো পুত্ৰৱান॥

ততঃ সংপূজ্য গিৰিশং
নিদ্ৰয়া স্থাস্যতি নিশি।
জায়ায়া সত্যসন্ধায়াঃ
স্বপ্নেঽহং ৰুচিৰাননে॥
মুণ্ডমালী জটাধাৰী
পঞ্চৱক্ত্ৰঃ পিনাকধৃক্।
সাক্ষাদ্ভূয় ৱদিষ্যামি
স্থানং মে দেহি সুন্দৰি!॥
ইত্যুক্তৱন্তং মাং দৃষ্ট্বা
ৱিকটং ঘোৰৰূপিণং
ভয়াৱেশেন সা দেৱি!
নেত্ৰে সংমুদ্ৰয়িষ্যতি॥ ২০

তাত পৰে আমাক পূজিয়া দুইজন।

শয়ন কৰিয়া ৰৈব আনন্দিত মন ॥
স্বপ্নে সত্যসন্ধাক দৰ্শন দিবো মই ।
মুণ্ডমালী জটাধাৰী পঞ্চবক্ত্ৰ হুই ॥
সাক্ষাতে কহিবো স্থান দিয়োঁ সুন্দৰী ।
ঘোৰ ঘোৰ মূৰ্ত্তি দেখি তেহোঁ যাইব ডৰি ॥
ভয় পায়া দেৱী পাছে নেত্ৰক মুদিব ।
শুনা দেৱী তাত পৰে যেন কথা হৈব ॥

এতস্মিন্নন্তৰে বিষ্ণু-
ৰ্ভক্তানাং অভয়ংকৰ- ।
শ্চতুৰ্ভুজস্তু চক্ৰাসি-
গদাশঙ্খাম্বুজায়ুধঃ
মৎস্কন্ধসমাৰূঢ়ঃ
তস্যাং প্ৰাদুৰ্ভৱিষ্যতি ।
ততঃ সা শনৈৰ্নেত্ৰে
উন্মীল্য শান্তৰূপিণং ॥
হৰিং দৃষ্ট্বা চতুৰ্বাহুং
জাতহৰ্ষা ভৱিষ্যতি ॥ ২১

পাছে ভকতৰ ভয়-নাশন মুৰাৰি ।
চতুৰ্ভুজ শঙ্খ-চক্ৰ-গদা-পদ্ম-ধাৰী ॥
সহিৰূপে মোহোৰ স্কন্ধত আৰোহিয়া ।
দেৱী সত্যসন্ধাক দৰ্শন দিব গৈয়া ॥



পাছে দেৱী লাসে লাসে নয়ন মেলিব ।
শান্তমূৰ্ত্তি চতুৰ্ভুজ হৰিক দেখিব ॥
তাঙ্ক দেখি পৰম আনন্দ হৈয়া ৰৈব ।
দেখি বিষ্ণু মোক পাছে বচন বুলিব ॥

তন্নাম্না সংভৱিষ্যামি
অস্যা গৰ্ভে মহেশ্বৰ ! ।
খেদং মা কুৰু ভূতেশ !
এৱমুক্তে হৰৌ ময়ি ॥ ২২
হৰিং মৎসমাৰূঢ়ং
সত্যসন্ধোত্তমাঙ্গকে ॥
স্থাপয়িত্বাগমিষ্যামি
পৰিক্ৰম্য জগৎপতিম্ ॥ ২৩

বিষ্ণু নিগদতি শুনা দেৱ মহেশ্বৰ ।
শম্ভু নামে আন গৰ্ভে হৈবো অৱতাৰ ॥
খেদ নকৰিবা তুমি দেৱ পশুপতি ।
তোমাৰ বাঞ্ছিত মই কৰিবো সম্প্ৰতি ॥
বিষ্ণুৰ স্মিত বাণী আনন্দে শুনিয়া ।
স্কন্ধ হৈতে নিয়া সত্যসন্ধা স্কন্ধে দিয়া ॥
তাত স্থাপি প্ৰদক্ষিণে নমি মাধৱক ।
চলিয়া আসিবো দেৱী আপোন স্থানক ॥

দৃষ্টৈতাবৎ সত্যসন্ধা
জাতহৰ্ষা চ বেপথুঃ।
নিদ্ৰায়াঃ সা সমুৎথায়
ভৰ্ত্তুৰগ্ৰে ৱদিষ্যতি ॥
তদ্বাক্যং কুসুমো শ্ৰুত্বা
প্ৰশংস্য স্বগৃহে স্থিতঃ ॥ ২৪
ততশ্চ দশভিৰ্মাসৈ
পুত্ৰো জাতো ভৱিষ্যতি।
শ্ৰীশঙ্কৰ ইতি খ্যাতো
গঙ্গাধৰ ইতি স্মৃতঃ ॥
ততশ্চানু দিনস্তত্ৰ
ৱালকৈৰ্বি হৰিষ্যতি।
পঠিতুং শাস্ত্ৰসংঘানি
ভৱিষ্যত্যমলা মতি ॥ ২৫

দেখি সত্যসন্ধা সকম্পিত হৰ্ষমনে।
নিদ্ৰা ত্যজি স্বামীক কহিব সাৱধানে ॥
শুনিয়া কুসুম ভুয়াঁ প্ৰশংসিয়া আতি।
আপোন গৃহক গৈয়া ৰহন্তে তহিতি ॥
পাচে সত্যসন্ধা দেৱী গৰ্ভাৱতী হৈব।
[illegible] মাস পূৰ্ণ ভৈলে পুত্ৰ প্ৰসৱিব ॥
শ্ৰীশঙ্কৰ গঙ্গাধৰ নাম হৈব আগে।
ক্ৰমে বিহাৰিব নিজ বালকৰ লগে ॥



শাস্ত্ৰসকলক পঢ়িবাৰ অৰ্থে তান।
সুনিৰ্ম্মল মতি আতি হৈব বিদ্যমান ॥

পাৰ্ব্বত্যুৱাচ

কস্মিন্ স্থানে শঙ্কৰস্তু
শাস্ত্ৰপাঠং কৰিষ্যতি।
কৈৰ্ব্বা কস্য মুখাদ্বাপি
কতি ৱৰ্ষাণি ৱা প্ৰভো! ॥ ২৬

পাৰ্ব্বতী বদতি মহেশ্বৰ ভগৱান।
কোন স্থানে কাৰ মুখে কত বৰ্ষমান ॥
শঙ্কৰে পঢ়িব শাস্ত্ৰ তাক কহিয়োক।
পৰম আনন্দ মনে শুনো যেন তাক।

ঈশ্বৰ উৱাচ

গোপেশ্বৰস্য নিকটে
ব্ৰহ্মপুত্ৰতটে তথা ॥
ৱিশ্বেশ্বৰী নদী যত্ৰ
ভগবানামকো হ্ৰদঃ ॥
শৃঙ্গিনামা নগো যত্ৰ
তৎ ক্ষেত্ৰং সুখদং নৃণাং।
ঋষ্যশৃঙ্গো নাম ঋষি-
স্তত্ৰ জাতো ভৱিষ্যতি ॥

মহেন্দ্ৰকন্দলিনামা

বিপ্ৰো বেদবিদাং বৰঃ ।

স বহূন্ বিপ্ৰপুত্ৰাংশ্চ

শাস্ত্ৰানধ্যাপয়িষ্যতি ॥ ২৭

ঈশ্বৰে কহন্ত শুনা দেৱী ভগৱতী ।
ব্ৰহ্মপুত্ৰ-তীৰে গোপেশ্বৰ আছে যৈতি ॥
শিঙ্গৰি নামত নগ পৰম প্ৰখ্যাত ।
বিশ্বেশ্বৰী নদী তাত বহন্ত সাক্ষাত ॥
ঘগৰা নামত তাৰ হ্ৰদ অনুপাম ।
পৰম সুখদ ক্ষেত্ৰ নাহি তাক সম ॥
ঋষ্যশৃঙ্গ ঋষি আসি তহিতে জন্মিব ।
মহেন্দ্ৰ কন্দলি বিপ্ৰ তান নাম হৈব ॥

তস্য বৈ পাঠশালায়াং

শঙ্কৰঃ কুসুমাত্মজঃ ।

ৰামৰামেণ মিত্ৰেণ

সাকং শাস্ত্ৰং পঠিষ্যতি ॥

পাঠশালা পাতি বহু বিপ্ৰ পুত্ৰগণ ।
তেহোঁ পঢ়াইবেক কৰি অনেক যতন ॥
সেহি পাঠশালাক শঙ্কৰদেৱ যাইব ।
ৰামৰাম মিত্ৰ সমে শাস্ত্ৰ অধ্যাপিব ॥



দেব্যুবাচ

শঙ্কৰস্য যৎ মিত্ৰং

ৰামৰামো বৃষধ্বজ !

শ্ৰোতুমিচ্ছামি তন্দেৱ

কৃপয়া ব্ৰুহি মেহনঘ ॥ ২৯

পুনু পুছিলন্ত দেৱী পাৰ্ব্বতী গোসানী ।
যিটো শঙ্কৰৰ মিত্ৰ দেৱ শূলপাণি ॥
তাহাৰ কহিয়ো কথা শুনিবাক চাওঁ ।
তযু মুখে শুনি বৰ আনন্দক পাওঁ ॥

শ্ৰীমহাদেৱ উবাচ

যো হৰেৰ্নাভিকমলে

স্বয়ম্ভূশ্চতুৰাননঃ ।

অস্ৰাক্ষীৎ জগতীমেতাং

সাব্ধিদ্বীপাং সপৰ্ব্বতাং ॥

স বিধিৰ্বিপ্ৰৰূপেণ

তত্ৰ জাতো ভবিষ্যতি ।

ৰামৰাম ইতি খ্যাতঃ

কলয়া ৰুচিৰাননে ॥

শঙ্কৰেণ সমং তস্য

সখিত্বং সম্ভবিষ্যতি ।

কেশৱাৰ্জুনয়োৰেৱ
ন ভৱিষ্যতি চান্তৰম্ ॥ ৩০

বদতি শঙ্কৰ শুনা দেৱী বৰাননী ।
সেই কথা কহো মই শুনিয়ো ঈশানী ॥
হৰিৰ নাভিত হন্তে যিটো উৎপন ।
জগত স্ৰজিলা দেৱ চতুৰ-আনন ॥
অংশে বিপ্ৰৰূপে শঙ্কৰৰ মিত্ৰ হৈব ।
ৰামৰাম নাম বুলি সকলে কহিব ॥
সখিত্ব হৈবেক আতি তথা দুহান্তৰ ।
কৃষ্ণাৰ্জ্জুন মধ্যে যেন নহৈব অন্তৰ ॥

পঠন্তং শঙ্কৰং দৃষ্ট্বা
সৰ্ব্বে ছাত্ৰা দ্বিজাত্মজাঃ ।
অজ্ঞাত্বা চেশ্বৰস্যাংশং
শূদ্ৰং মত্বা হি দাম্ভিকাঃ ।
কৰিষ্যন্ত্যসূয়াং ভদ্ৰে !
শৃণু বৃত্তং যথা সতি ॥ ৩১

শঙ্কৰক পঢ়িবাৰ দেখি ছাত্ৰগণে
ঈশ্বৰাংশ নজানিয়া শূদ্ৰ মানি মনে ॥
অসূয়া কৰন্তে যেন বৈস্ত বৃত্তান্ত ।
তাক শুনিয়োক দেৱী হুয়া মন-শান্ত ॥



মহেন্দ্ৰো দ্ৰক্ষ্যতি স্বপ্নে
মহাপুৰুষলক্ষণম্ ॥
ৰামৰামেণ সাকং হি
শঙ্কৰং পাঠয়িষ্যতি ।
মত্বা নাৰায়ণস্যাংশং
শ্ৰদ্ধয়া দশবৎসৰান্ ॥
কলাপকাব্যজ্যোতীংষী-
তিহাসং শ্ৰুতিস্মৃতীন্ ॥
পুৰাণাদীনি শাস্ত্ৰাণি
গুৰুৰধ্যাপয়িষ্যতি ॥ ৩২

সপোনত দেখিব মহেন্দ্ৰ দ্বিজবৰ ।
ৰামৰাম সমে শ্ৰীশঙ্কৰক ঈশ্বৰ ॥
নাৰায়ণ-অংশ জানি কৰিয়া সাদৰ ।
দশ বৰ্ষ পঢ়াইবেক শাস্ত্ৰ বহুতৰ ॥

পঠিত্বা শাস্ত্ৰসংঘাংশ্চ
ৰামৰামেণ শঙ্কৰঃ ।
গুৰৱে দক্ষিণাং দত্বা
যাস্যতি নিজমন্দিৰম্ ॥
মহেন্দ্ৰকন্দলিৰ্ব্বিপ্ৰঃ
পৰলোকং গমিষ্যতি ।
গৃহে স্থাস্যন্ শঙ্কৰস্তু
যোগাভ্যাসং কৰিষ্যতি ॥ ৩৩

গুৰুক দক্ষিণা দিয়া ঘৰক চলিব।
তথাপি প্ৰথমে যোগ অভ্যাস কৰিব॥
মহেন্দ্ৰ কন্দলি দ্বিজ যাইবে পৰলোক।
শঙ্কৰেও গৃহে থাকি কৰিব যোগক॥

বৰ্ষাণি কতিপয়ানি দেৱি!
তীৰ্থানি পৰ্য্যটিষ্যতি।
গঙ্গাং বাৰাণসীং ক্ষেত্ৰং
প্ৰয়াগং পুষ্কৰন্তথা॥
জগন্নাথং কুৰুক্ষেত্ৰং
বৃন্দাৱনমুখানি চ।
শঙ্কৰো ৰামৰামেণ
যাস্যতি নিজমন্দিৰং॥
যৎ ভৱিষ্যতি কল্যাণি!
বৃত্তান্তং শৃণু তৎ পৰম্॥ ৩৪

পাচে কতিপয় বৰ্ষ তীৰ্থ যাত্ৰা কৰি।
গঙ্গা জগন্নাথ আদি সেৱিবা সাদৰি।
পাচে ৰামৰাম সমে ঘৰক আসিয়া।
কি কৰিবে শুনা মন স্থিৰক কৰিয়া॥

বৈয়াসকিৰ্মহাযোগী
শুকো বৈ ব্ৰহ্মৰূপধৃক্।



ধৰ্মে পাৰমহংস্যে চ
নিষ্ঠিতো ৱিমলাশয়ঃ॥
জগদীশ ইতি খ্যাতো
জগন্নাথপ্ৰচোদিতঃ।
আনীয় শ্ৰীভাগৱতং
সাত্বতং তন্ত্ৰমুত্তমং॥ ৩৫
সৰামৰামস্তত্ৰৈত্য-
শঙ্কৰং শ্ৰাৱয়িষ্যতি।
ৱিষ্ণোৰ্নাম্নাং সহস্ৰঞ্চ
গীতাশাস্ত্ৰং তথৈৱ চ॥
এতানি প্ৰত্যহং শ্ৰুত্বা
ৱিচাৰ্য্য চ পুনঃ পুনঃ।
কেশৱান্ন পৰো দেৱো
ন নাম্নঃ ধৰ্ম উত্তমঃ॥
ন তজ্জনাৎ পৰো বন্ধুঃ
ন ভক্তিঃ সজ্জনাদ্বিনা॥ ৩৬

ব্যাস-পুত্ৰ মহাভাগৱত শুক মুনি।
জগদীশ নামে দ্বিজ হৈবেক আপুনি॥
তেঁহো জগন্নাথৰ আদেশ প্ৰতিপালি।
ভাগৱত শাস্ত্ৰ পঞ্চৰাত্ৰ তন্ত্ৰ আনি॥

ৰামৰাম সমে শঙ্কৰক শুনাইবেক ।
বিষ্ণুৰ সহস্ৰনাম আৰৱ গীতাক ॥
তাক শুনি শঙ্কৰে মনত বাৰম্বাৰ
বিচাৰিয়া স্থিৰ পাছে কৰিবন্ত সাৰ ॥
কেশৱেসে দেৱ ধৰ্ম্ম নামেসে নিশ্চয় ।
ভক্তেসে পৰম বন্ধু ভক্তে ভক্তিময় ॥
আত পৰে নাহি নাহি কলিৰ লোকৰ ।
তাকে স্থিৰ কৰিবন্ত নাহিকে আৰৱ ॥

এবং সঞ্চিন্ত্য গিৰিজে !
কেশৱে ভক্তিমুত্তমাং ।
আচৰিষ্যন্ স্বয়ং দেৱি !
লোকান্ সমুপদেশ্যতি ॥
তস্যোপদেশমাশ্ৰিত্য
বহৱো মনুজাস্তদা ।
ভৱবন্ধৱিনিৰ্মুক্তা
যাস্যন্তি কেশৱালয়ম্ ॥ ৩৭
তস্মাৎ সপ্ত ভৱিষ্যন্তি
আচাৰ্য্যাঃ হৰিতৎপৰাঃ ।
ৰামৰামো হৰিশ্চৈৱ
দামোদৰ ইতি দ্বিজাঃ ॥



মাধৱশ্চৈৱ তন্মুখ্য
আসীৎ নাৰায়ণস্তথা ॥
মনুৰ্হৰিহৰশ্চৈৱ
এতে তদ্ধৰ্মধাৰকাঃ ॥ ৩৮

তাক চিন্তি কেশৱত ভক্তি ধৰি আতি ।
তাক উপদেশ দিব লোকত তহিতি ॥
সেই উপদেশক আচৰি বহুলোক ।
ভৱ-বন্ধ তৰি যাইব কেশৱৰ লোক ॥
তান হন্তে হৈব আচাৰ্য্য সাতজন ।
সিসবাতো হন্তে হৈব লোকৰ তৰণ ॥
ৰামৰাম হৰি দামোদৰ দ্বিজবৰ ।
মনু হৰি নাৰায়ণ মাধৱ শ্ৰেষ্ঠতৰ ॥

কুতোঽপি কাৰণাৎ পূৰ্বং
দেশং ত্যক্ত্বা চ শঙ্কৰঃ ।
ৱাসং কৰিষ্যতি স্থানে
সৰ্বোপদ্ৰৱৱৰ্জ্জিতে ॥
তৎ তে ৱদামি কল্যাণি ।
শৃণু বৃত্তমতঃপৰম্ ॥
পট্টবাস্যাহ্বয়ং স্থানং ।
ৱেত্ৰকীচকসংকুলম্ ॥ ৩৯

ফলদ্ৰুমবৃক্ষসংছন্নং
পশুপক্ষিনিনাদিতম্ ॥
দৃষ্টা চৈৱম্বিধং ক্ষেত্ৰং
ৰামৰামেণ শঙ্কৰঃ ।
সমাধৱশ্চ তত্ৰৈৱ
নিৱসিষ্যতি পাৰ্ব্বতি ! ॥

কোনো কাৰণত দেৱ শঙ্কৰ প্ৰধান ॥
পূৰ্ব্ব দেশ ছাড়ি বাস কৰি আন স্থান ॥
তাহাৰ বৃত্তান্ত আৰে শুনিয়ো কল্যাণী ।
যিটো স্থানে ৰহিব শঙ্কৰ মহামানী ॥
পাটবাউসী নাম মহা পৰম শোভন ।
বেত্ৰ বংশ উপবাংশ যৈত বিতোপন ॥
নানা ফল ফুলে সুশোভিত যিটো স্থান ।
সদা পশু-পক্ষী নাদ কৰয় শোভন ॥
সেহি ক্ষেত্ৰ ৰামৰাম শঙ্কৰে দেখিয়া ।
মাধৱ সহিতে বাস কৰিবন্ত গৈয়া ॥

মদ্‌বংশসমুদ্ভূতো
নৰনাৰায়ণাভিধঃ ।
নৃপতিঃ শঙ্কৰং তত্ৰ
অভিষেক্ষ্যতি সুন্দৰি ! ॥



ধৰ্মৰাজং মহদ্বৰ্য্যং
ভক্তিমাৰ্গপ্ৰৱৰ্ত্তকম্ ।
স্থানে তস্মিন্ ৱৰাৰোহে ।
শঙ্কৰঃ সাধুভিৰ্ৱৃতঃ ॥ ৪১
ধৰ্মং ভাগৱতং শুদ্ধং
অষ্টাধিকদশাব্দকং ।
মাসষট্‌কাধিকং বিষ্ণোঃ
শ্ৰৱণং কীৰ্ত্তনং শিৱং ।
উপদিশ্য কলেলোকান্
উদ্ধৰিষ্যতি পাৰ্ব্বতি ! ॥

মোহোৰ বংশত উৎপন্ন ৰাজবৰ ।
নৰনাৰায়ণ নাম গুণে শ্ৰেষ্ঠতৰ ॥
তেহোঁ শঙ্কৰক তাত অভিষেক কৰি ।
স্থাপিবেক জানা তুমি পৰম সুন্দৰী ॥
পৰম ধৰ্ম্মৰ মহাবীজ ভক্তি-পন্থ ।
তথাত কৰিব ভক্তি-প্ৰৱৰ্ত্তক গ্ৰন্থ ॥
ষন্মাস-অধিক তথা অঠাৰ বৎসৰ ।
মহাভাগৱত ধৰ্ম্ম কৰিয়া প্ৰচাৰ ॥
উপদেশ দিয়া শুদ্ধ শ্ৰৱণ কীৰ্ত্তন ।
কৃপা কৰি উদ্ধাৰিব দেৱী নৰগণ ॥

পাৰ্ব্বত্যুবাচ

ভগৱন্! শ্ৰোতুমিচ্ছামি
চৰিত্ৰং মাধৱস্য চ ।
দামোদৰস্য চ ৱিভোঃ
কৃপয়া কথয়েশ্বৰ ! ॥ ৪৩

পাৰ্ব্বতী বদতি পুনৰ্ব্বাৰ মহেশ্বৰ ।
শুনিবাক ইচ্ছা কথা মাধৱদেৱৰ ॥
দামোদৰ দ্বিজৰ চৰিত্ৰ সুশোভন ।
কৃপায়ে কহিয়ো সিটো কথা বিত্তোপন ॥

ঈশ্বৰ উবাচ

ৰোহিণীতনয়ো ভাৱী
মাধৱো নামতঃ কলৌ ।
প্ৰবৃত্তিমাৰ্গনিৰতঃ
স চ পূৰ্ব্বং ভৱিষ্যতি ॥
ততস্তু শঙ্কৰং প্ৰাপ্য
ৱদতো মাধৱস্য চ ।
দেৱীপূজামৃতে বুদ্ধি-
ৰ্ভৱিষ্যত্যচ্যুতাৰ্চনে ॥ ৪৪
আচাৰ্য্যং শঙ্কৰং মত্বা
হৰিভক্তিপৰস্য চ ।
তস্যোপদেশমাশ্ৰিত্য
ভৱিষ্যতি কলৌ নৰাঃ ॥ ৪৫



কহন্ত ঈশ্বৰ শিৱ দেৱীৰ আগত ।
ৰোহিণী-তনয় হৈব মাধৱ নামত ॥
প্ৰথমতে প্ৰবৃত্তিৰ পথ-ৰত হৈব ।
শঙ্কৰক পাই সেহি পথক ছাড়িব ॥
শঙ্কৰক গুৰু লভি তান আজ্ঞা মানি ।
দেৱী-পূজা ছাড়ি হৰি পূজিব তৈসানি ॥
সেহি মাধৱৰ উপদেশক আশ্ৰয়ে ।
তৰিবে কলিৰ লোক জানিবা নিশ্চয়ে ॥

বংশিগোপালকশ্চৈৱ
তথৈৱ চ যদুমণিঃ ।
শ্ৰীহৰিশ্চৈৱ এতে বৈ
ৱিপ্ৰাঃ ৱেদৱিশাৰদাঃ ॥
ভাগিনেয়স্তস্য ৰাম-
চৰণঃ সুমহামতি-
ৰ্গোপালো মথুৰাদাসো
গোৱিন্দশ্চ তথৈৱ চ ॥ ৪৬
ৱিষ্ণুশ্চৈৱ লক্ষ্মীকান্তঃ
পদ্মপাণিস্তথৈৱ চ ।
গোপালঃ কেশৱশ্চৈৱ
আচাৰ্য্যাঃ হৰিতৎপৰাঃ ।

মাধৱাৎ সম্ভৱিষ্যন্তি
কলৌ পৰ্ব্বতনন্দিনি ।
বিপ্ৰদামোদৰো যস্তু
কৃষ্ণমিত্ৰঃ প্ৰশান্তধীঃ ॥ ৪৭
দামোদৰোঽপি সুবিদ্বান্
সম্ভৱিষ্যতি নিশ্চিতং ।
ততোপি দ্বাদশাচাৰ্য্যাঃ
কবিৰত্নাদয়ো হ্যমলাঃ ॥
হৰিভক্তিৰতাঃ সৰ্ব্বে
ভবিষ্যন্তি বৰাননে ॥ ৪৮

মাধৱত হন্তে হৈব আচাৰ্য্য যতেক ।
তাক কহো শুনা দেৱী নামক প্ৰত্যেক ।
বংশীগোপাল যদুমণি আৰু শ্ৰীহৰি ।
এই তিনিজন দ্বিজ বেদজ্ঞ সুন্দৰী ॥
মাধৱ ভাগীনা ৰামচৰণ মহন্ত ।
গোপাল মথুৰাদাস গোবিন্দ নাম সন্ত ॥
বিষ্ণু লক্ষ্মীকান্ত পদ্মপাণি মহোদয় ।
গোপাল কেশৱ হৈব আচাৰ্য্য সুনয় ॥
কৃষ্ণ মিশ্ৰ যিটো বিপ্ৰ দামোদৰ সন্ত ।
তেহোঁ দ্বিজ দামোদৰ নামত হৈবন্ত ॥
তাৰ হৈতে হইবে আচাৰ্য্য বাৰজনা ।
কবিৰত্ন আদি বিষ্ণু ভক্ত-বৰাননা ॥



শঙ্কৰস্য মতে সম্যক্
ত্ৰিধা ভেদো ভৱিষ্যতি ।
ব্ৰহ্মসংহতিকাঃ কেচিৎ
পুৰুষসংহতিকাস্তথা ॥
কালসংহতিকাশ্চৈৱ
ভগৱৎপাদসেৱকাঃ ।
শঙ্কৰে চেশ্বৰেস্যাংশে
ভক্তিদীপপ্ৰদে গুৰৌ ॥
মাধৱে শ্চৈব তন্মুখ্য-
শিষ্যে স্বধাম্নি গতে ।
তদ্ধৰ্ম্মস্য ধ্বজং কৃত্বা
যে যে তদ্ধৰ্ম্মধাৰকাঃ ॥
বৰ্ত্তয়িষ্যন্তি মনুজাঃ
স্বমতেন নগাত্মজে ॥৪৯

শঙ্কৰৰ মতে তিনিপ্ৰকাৰ হৈবন্তি।
ব্ৰহ্মসংহতি কাল পুৰুষসংহতি ॥
তাত পৰে তাৰা দুয়ো স্বধামক গৈলা ।
তান ধৰ্ম্মগ্ৰাহ্য কোনো আচাৰ্য্যসকলে ॥
আপোনাৰ মতকে সহজে চলাইবেক ।
পৰ্ব্বতনন্দিনী তুমি জানিবা প্ৰত্যেক ॥

পাৰ্ব্বত্যুৱাচ

যঃ শঙ্কৰহৰিৰ্ভাগী
তৎপুত্ৰঃ কো ভৱিষ্যতি ।
বৈকুণ্ঠে চ গতে তস্মিন্
কো ধৰ্ম্মং পালয়িষ্যতি ॥ ৫০

শুনিয়া কহন্ত দেৱী হিমালয়-সুতা ।
যিটো হৰি শঙ্কৰ স্বৰূপে অৱতৃতা ॥
হৈবেক তাহান কোন কোন পুত্ৰ সাৰ ।
বৈকুণ্ঠ-গমনে ধৰ্ম্ম পালিব তাহাৰ ॥

শ্ৰীমহাদেৱ উৱাচ

সূৰ্য্যাৱতী চ কালিন্দী
দ্বে ভাৰ্য্যে শঙ্কৰস্য চ ।
অপুত্ৰা কথিতা পূৰ্ব্বা
দ্বিতীয়া চৈৱ পুত্ৰিণী ॥
জ্যেষ্ঠপুত্ৰো ৰমানন্দো
মধ্যঃ কমললোচনঃ ।
হৰিচৰণস্তু কনীয়ান্
সুতঃ সম্ভৱিষ্যতি ॥ ৫১
ৰমানন্দস্য তনয়ঃ
পুৰুষোত্তমসংজ্ঞকঃ ।
বিদ্যাৱান্ শীলসম্পন্নঃ
অপুত্ৰঃ সম্ভৱিষ্যতি ॥



অপুত্ৰঃ কমলাক্ষশ্চ
কনিষ্ঠস্য চতুৰ্ভুজঃ ।
ভৱিষ্যত্যাত্মজো দেৱি !
হৰিকীৰ্ত্তনতৎপৰঃ ॥
তাভ্যামাদেশতঃ দেৱি !
চতুৰ্বিংশতিঃ সাধৱঃ ।
ভৱিষ্যন্তি ধৰ্মদ্ৰষ্টৃ--
হৰিকীৰ্ত্তনতৎপৰাঃ ॥ ৫২

মহাদেৱ বদতি শুনিয়ো বৰ প্ৰিয়া ।
তান ভাৰ্য্যা সূৰ্য্যাৱতী কালিন্দী দ্বিতীয়া ॥
সূৰ্য্যাৱতী অপুত্ৰিণী কালিন্দী পুত্ৰিণী ।
হৈবেক নিশ্চয়ে জানা নগেন্দ্ৰনন্দিনী ॥
ৰমানন্দ জ্যেষ্ঠ হৰিচৰণ কনিষ্ঠ ।
মধ্যপুত্ৰ কমললোচন মহাশিষ্ট ॥
এহি তিনি তনয় হৈবেক শঙ্কৰৰ ।
ৰমানন্দ পুত্ৰ পুৰুষোত্তম প্ৰবৰ ॥
মহাগুণৱান সৰ্ব্ব বিদ্যাত পাৰ্গত ।
ঈশ্বৰ ইচ্ছায়ে পুত্ৰ নহৈবেক জাত ॥
হৰিচৰণৰ হৈব পুত্ৰ একজন ।
চতুৰ্ভুজ নাম হৈব পুৰুষ প্ৰধান ॥
পুৰুষোত্তম চতুৰ্ভুজৰ আজ্ঞাত ।
চতুৰ্থ অধিক বিংশ আচাৰ্য্য হৈবন্ত ॥

শঙ্কৰে ৱাসুদেৱাংশে
ধৰ্মং সংস্থাপ্য মাধৱে।
পশ্চিমায়ান্দিশি নিজ-
ধাম প্ৰাপ্স্যতি প্ৰিয়ে! ॥
মাধৱস্তস্য তদ্ ধৰ্মং
কতি ৱৰ্ষাণি পালয়ন্।
পুৰুষোত্তমস্য স্থানে
ৱৈ ধৰ্মং সমৰ্পয়িষ্যতি ॥ ৫৩

বাসুদেৱ-অংশে শ্ৰীমন্ত শঙ্কৰ।
মাধৱত ধৰ্ম্ম থাপি হৈয়া অৱসৰ ॥
ভাটী দেশে কিছু কাল থাকিয়া তহিতি।
নিজ ধাম বৈকুণ্ঠক চলিয়া যাইবন্তি ॥
মাধৱদেৱে সেহি ধৰ্ম্ম কতো বৰ্ষমানে।
প্ৰচাৰিয়া সৰ্মৰ্পিব সুসম্পন্ন স্থানে ॥

পাৰ্ৱত্যুৱাচ

শঙ্কৰঃ পাঠশালায়াং
যত্ৰ সম্যক্ পঠিষ্যতি।
তস্মিন্ গৃহে গতে দেৱ!
মহেন্দ্ৰে পৰলোকগে ॥
কিন্তুৱিষ্যতি তৎস্থানং
ৱদ চ ত্ৰিপুৰাহিত! ॥ ৫৪



পাৰ্ব্বতী বদতি দেৱ ত্ৰিপুৰ-সংহাৰী।
যিটো স্থানে পঢ়িবন্ত শঙ্কৰ মুৰাৰি ॥
তেওঁ যেৱে নিজ স্থানে গমন কৰিব।
মহেন্দ্ৰ কন্দলি যদা পৰলোকে যাব ॥
কিবা হৈব সেহি স্থান শুনিবাক ইচ্ছা।
কহিয়া কৰিয়ো পূৰ্ণ মোৰ মনোবাঞ্ছা ॥

শ্ৰীমহাদেৱ উৱাচ

ততঃ প্ৰভৃতি তৎস্থানং
নানাভূৰুহসঙ্কুলং;
কেষাঞ্চিদপ্যৱিদিতং
তৃণাচ্ছন্নং ভৱিষ্যতি ॥ ৫৫

শুনিয়া কহিলা মহাদেৱ দেৱবৰ।
সিটো স্থান তাত হন্তে হৈব শূন্যতৰ ॥
নানা বৃক্ষাদিতে মহা অৰণ্য হৈবেক।
অন্বেষিও তাক কোনো লোকে নপাইবেক ॥

ইতি শ্ৰীহৰগৌৰীসম্বাদে ৰুদ্ৰযামলসংহিতায়ামাচাৰ্য-
সংহতি নাম ষষ্টিতমপটলং সম্পূৰ্ণম্।

শ্ৰী শ্ৰীহৰগৌৰীসম্বাদ ৰুদ্ৰযামল সুত-সংহিতাৰ আচাৰ্য্য-
সংহতি নামক ষষ্টিতম পটল শ্ৰীদীননাথ শৰ্ম্মা
বেজবৰুৱা ভণিত মূলানুবাদ সম্পূৰ্ণ ॥

# শুদ্ধৰণি

| পিঠি | | ভুল | শুদ্ধ |
|---|---|---|---|
| /০ শাৰী | ১ | ৪৪৮ | ৪৪৪ |
| ৩ শ্লোক | ২ | শৃণ্ ুত | শৃণুত |
| ৬ | ৮ | -ৰামানয়ৈ- | -ৰ্ামানয়ৈ- |
| ৮ | ১১ | সমূক্ৰিষ্যামি | সমুদ্ধৰিষ্যামি |
| ৯ | ১৪ | সপাৰ্ষদঃ চাৰতীৰ্থ্য | সপাৰ্ষদশ্চাৰতীৰ্থ্য |
| ১০ | ১৬ | ৱদতো | ৱদ চ |
| | | স্থ্থাৰহং | স্থ্থাৰহম্ |
| ১৪ | ২১ | এতস্মিন্নন্তৰে | এতস্মিন্নন্তৰে |
| ১৬ | ২৫ | দশভিৰ্মাসৈ | দশভিৰ্মাসৈঃ |
| | | মতি | মতিঃ |
| ১৭ | ২৭ | ষত্র | যত্র |
| ২১ | ৩৩ | গুৰৱে | গুৰৱে |
| ২২ | ৩৪ | ষৎ | যৎ |
| ২৬ | ৪১ | বংশসমুদ্ভুতো | বংশসমুদ্ভূতো |
| ২৭ | ৪১ | সাধুভিৰ্ ৃতঃ | সাধুভিৰ্ ৃতঃ |
| ৩০ | ৪৮ | সন্তৰিস্থতি | সন্তৰিষ্যতি |
| ৩১ | ৪৯ | শৈচব | চৈৱ |
| ৩২ | ৫০ | বৈকুণ্ঠে | বৈকুণ্ঠং |
| | ৫১ | পুত্রিণী | পুত্রিণী |
| ৩৩ | ৫২ | ধৰ্মদ্ৰষ্ট্ৃ - - | ধৰ্মদ্ৰষ্ট্ৃ - |
| ৩৫ | | সংহতি নাম | সংহতিৰ্নাম |

**সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ পালন আৰু অকল হৰিনামেৰে অন্ত্যোষ্টি ক্ৰিয়া সমাপন সম্পৰ্কে শ্ৰীলশ্ৰীশ্ৰীযুক্ত আউনীআটীয় সত্ৰাধিকাৰ গোস্বামী প্ৰভুৰ সমালোচনামূলক অভিমত পুস্তিকা, প্ৰকাশক—শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত বি, এল, যোৰহাট।**

প্ৰভু ঈশ্বৰ—

আপোনাৰ প্ৰকাশিত পুস্তিকাৰ প্ৰকাশকৰ নিবেদনৰ শেষত লিখিছে এই বিষয়ে কোনোৱে কিবা কব লগীয়া থাকিলে আমাক জানিবলৈ দিলে যথাবিহিত কৰা হব। যথাবিহিত বোলাত পেটতে হাত-ভৰি লুকায়। গাৱঁলীয়া মানুহ আমাৰ কবলৈ বহুত আছে। জনোৱা কথাৰ কিবা দোষ-দায়হলে কিতাপ প্ৰণেতাজন প্ৰভু ঈশ্বৰ আৰু আপুনি প্ৰভু ঈশ্বৰ ডয়োজনে ক্ষমা কৰিব কিয়নো সন্তৰ ক্ষমাহে ভূষণ। পণ্ডিতে মূৰ্খৰ দোষ নধৰে। যদি উকিল-হিসাবে যথাবিহিত কৰিবলৈ আগ বাঢ়ে তেন্তে নিৰুপায়।

পুস্তিকাৰ ১৭ পৃষ্ঠাত ঈশ্বৰ পুৰুষে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱ-দেৱক অশেষ শাস্ত্ৰ-দৰ্শী, মহাপণ্ডিত, নানা শাস্ত্ৰীয় প্ৰমাণ যুক্তিৰে তান্ত্ৰিক মত খণ্ডণ কৰি অসমত বৈষ্ণৱ মত প্ৰৱৰ্ত্তন কৰা মহাপুৰুষ বুলি স্বীকাৰ কৰিছে। সেইদৰেই ৺ দক্ষিণপটীয়া জন ঈশ্বৰপুৰুষে ১৮৬১ শকৰ ৭ পুহত প্ৰকাশিত সমালোচনা পুস্তিকাত ১১ পৃষ্ঠাত কায়স্থ কুল-কমল, অসমীয়াৰ আদৰ্শ পুৰুষ, নাম-ধৰ্ম্ম প্ৰৱৰ্ত্তক, অলৌকিক শক্তি-সম্পন্ন, সত্যৰ অৰ্থে প্ৰাণ দিব পৰা, নিজ প্ৰতিভাৰ বলত ঘোৰ শাক্তকো শক্তি উপাসনা এৰুৱাই নাম-ধৰ্ম্ম পৰায়ণ কৰিব পৰা ইত্যাদি আখ্যাৰে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱক

আগ ঠাই দিছে। আনফালে তান্ত্রিকসকলকো কতাক্ষ কৰা হৈছে।
আপোনাসবে মহাপুৰুষ দুজনৰ গুণানিকীৰ্ত্তন যেনেকৈ কৰিছে
কৃতজ্ঞতাৰ বাবে আমি দশাহ অশৌচ পালন কৰা হবি
কীৰ্ত্তনীয়া কেইজন মানেও আপোনাসকললৈ সেৱা জনাইছোঁ।

তেখেতসকলৰ বাহিৰেও ব্ৰাহ্মণ বৈষ্ণৱ গুৰু শ্ৰীশ্ৰীদামোদৰদেৱ,
শ্ৰীশ্ৰীগোপালদেৱ, শ্ৰীশ্ৰীভট্টদেৱ, শ্ৰীশ্ৰীঅনন্তকন্দলী, শ্ৰীশ্ৰীগোপাল মিশ্ৰ
সাৰ্ব্বভৌম ভট্টাচাৰ্য্য প্ৰমুখ্যে—যি সকলে মুনি ভাষণ স্মৃতি শাস্ত্ৰৰ
সাৰ ভাগ গ্ৰহণ কৰি সত্ব গুণাত্মক বৈষ্ণৱ শাস্ত্ৰ অনুযায়ী, মহা-
পুৰুষৰ প্ৰচাৰিত আৰু প্ৰৱৰ্ত্তিত শ্ৰীমদ্ভাগৱত, গীতাৰ সৎসঙ্গ, শৰণ-
ভজন, মালা-মন্ত্ৰ স্বৰূপ নাম বস্তু গ্ৰহণ কৰি নিজে অসমবত্ব লতি
সত্ৰ-সভা স্থাপন কৰি, অসমবাসীক জাতি-বৰ্ণ নিৰ্ব্বিশেষে সংগঠন
কৰি, একেডাল সূতাৰে গাঠি, ভক্তি বিৰোধী কৰ্ম্মবিলাক পৰিত্যাগ
কৰাই, সুগম পথে ঈশ্বৰমুখী কৰি থৈ গৈছে, তেখেতসকললৈকো
আমি প্ৰণাম জনাইছো আৰু তেখেত সকলৰ মত সম্বন্ধে দুই
একেবাৰ কথা কবলৈ আগ বাঢ়িছোঁ।

শ্ৰীশ্ৰীদামোদৰ দেৱ গুৰুলীলা।—শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱ
দেৱৰ প্ৰয়াণৰ পাচত গোটেই অসমত ধৰ্ম্মনেতাৰ ভাৰ শ্ৰীশ্ৰীদামোদৰ
দেৱৰ ওপ...ত পৰিল। তেখেতে ৰজাৰ ঘৰৰ পৰা যিমান কষ্ট
ভুগিব লাগিছিল আন কোনেও সিমান কষ্ট ভোগা নাছিল।
ব্ৰাহ্মণ কামেশ্বৰ গিৰী আৰু দৈৱজ্ঞ শিৱৰৰ আদিয়ে পৰীক্ষীত
ৰজাৰ আগ...ত গোচৰ কৰিলে যে দামোদৰদেৱে—

কামৰূপে বৰপেটা গ্ৰামে সত্ৰ কৈল॥
তেহে এক শৰণ লগাইলা লোকক।
শৰত কালৰ পূজা লোকে এৰিলেক।



আন দেৱতাৰ কথা নুশুনয় কানে।
ভাগৱত ধৰ্ম্ম প্ৰৱৰ্ত্তাইলা থানে থানে॥

এই গোচৰত শ্ৰীশ্ৰীদামোদৰ দেৱক বিজয় পুৰলৈ ধৰাই নি
ৰাজ সভাত হাজিৰ কৰি সভাপণ্ডিত বাগীশৰ হতুৱাই ৰজাই
প্ৰশ্ন কৰালে। বাগীশে সুধিলে—

শুনা মহাসন্ত, ৰজায়ে পুছন্ত, কেনে দেদা প্ৰত্যুত্তৰ।
দেৱীক পূজন, তীৰ্থক সেৱন, প্ৰসিদ্ধ ইটো লোকৰ।
বেদৰ বিহিত, ধৰ্ম্ম কৰ্ম্ম যত, দ্বাদশ যেন নিয়ম।
পিতৃ মাতৃ শ্ৰাদ্ধ. গায়ত্ৰী সন্ধ্যাক, আন যত নিত্য কৰ্ম্ম।
দ্বিজৰ আচাৰ, কৰি পৰিহাৰ, বৌধ মত প্ৰবেশিলা।
তযু উপদেশে, প্ৰজাই নিঃশেষে, কৰ্ম্মত বিমুখ ভৈলা।
শ্ৰেষ্ঠে যিবা কৰে, কনিষ্ঠে আচৰে, ইসব ভৈল অন্যায়।
ইহাক সুধিবে, লাগি নৰনাথে, আনিল ঐক্য মতায়॥

শ্ৰীশ্ৰীদামোদৰদেৱে উত্তৰ কৰিলে —

তীৰ্থক সেৱন, দেবী উপাসন, ধৰ্ম্ম কৰ্ম্ম যাগ যোগ।
ৰাম কৃষ্ণ নামে, সকলো সিজয়, নলাগে একো উদ্যোগ॥
তহিতে ৰহন্ত, গঙ্গা যমুনাও, গোদাবৰী সৰস্বতী।
আন তীৰ্থচয়, আছে পৃথিবীত, স্নানি পাৱে সদগতি॥
অচ্যুতৰ যৈত, উদাৰ চৰিত্ৰ, প্ৰসঙ্গ কৰে সতত।
তীৰ্থৰ সমান, হোৱে সেহি স্থান, গীতা ভাগৱত মত॥
এতেকেসে ৰাম, কৃষ্ণ নাম বিনে, নজানোহো আম আ...
কৃষ্ণৰ নামত, ধৰ্ম্ম কৰ্ম্ম, যত, সবাৰো আশ্ৰয় স্থান॥
সত্য যুগে ধ্যান, ত্ৰেতা যুগে যজ্ঞ, দ্বাপৰে পূজা সম্প্ৰতি।
কলিত কৃষ্ণৰ, নাম ব্যতিৰেকে, নাই নাই আন গতি।

সন্ত সঙ্গ লৈয়া, যাৱে হৰি পদে, আশ্ৰয় নকৰে নৰ।
তাৱে ব্ৰহ্মাণ্ডত, আয়াযাত কৰি, ফুৰিবেক নিৰন্তৰ॥
পঞ্চভুত দেহা, যাৱত থাকয়, তাৱত নাম নেৰিবো।
ই দেহ পৰিলে, যেহি যোনী পাওঁ, জন্মে জন্মে নাম লৈবো॥

এই উত্তৰ শুনি ৰজাই শ্ৰীশ্ৰীদামোদৰ দেৱক দেশৰ পৰা বাজ কৰি খেদি দিলে। সোনকোষ নৈ পাৰ হৈ তেখেতে কামৰূপীয়া ভক্ত সকলক এনে উপদেশ দিছিল।

অন্যদেৱ নভজিবা, ভক্তদ্ৰোহ নাচৰিবা, কৰিবাহা শ্ৰৱন কীৰ্ত্তন।
অন্য দেৱতাত সম্বন্ধ নকৰি, চিন্তিবা হৰি চৰণ॥

শ্ৰৱণ, কীৰ্ত্তণ, স্মৰণ, অৰ্চণ আদি ন বিধ ভক্তি যিমান পাৰা আচৰণ কৰিবা। দেখা যায় তেখেতে সকলো ধৰ্ম্মতকৈ নাম ধৰ্ম বস্তুক হে অতি শ্ৰেষ্ঠ ঠাই দি নিজেও পালন কৰিছিল আৰু আনকো বিলাইছিল। আৰু এটি কথা চৰিত্ৰত বৰ্ণোৱা আছে যে তেখেতে পিতৃৰ তিথিত শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱক নিমন্ত্ৰণ কৰি নি নাম কীৰ্ত্তন কৰাইছিল। তেখেতৰ মতে—

বেদ মতে শ্ৰাদ্ধ আদি কৰ্ম্ম ক্ৰিয়া যত।
ভকতিৰ মতে শুদ্ধ কেৱলে নামত॥ ৬৪ পৃঃ।

শ্ৰীশ্ৰীগোপাল দেৱ—তেখেতে নাম ধৰ্ম্ম বস্তুক একনিষ্ঠ ভাবে গ্ৰহণ কৰি লোক সমাজক শিক্ষা দিছিল। সেই অপৰাধত তেখেতে সুন্দৰ গোহাইৰ ঘৰত বোৱাৰীৱতী হৈ কাল কটাবলৈ স্বীকাৰ কৰিছিল, কিন্তু নাম ধৰ্ম্ম নেৰিছিল। তেখেতৰ চৰিত্ৰৰ ঘটনা বিলাকেই ইয়াৰ যথেষ্ট প্ৰমাণ।

শ্ৰীশ্ৰীভট্ট দেৱ—তেখেতে ৰচনা কৰা সাত্বত তন্ত্ৰ, কথাগীতা, ভক্তিবিবেক, শৰণ সংগ্ৰহ আদি শাস্ত্ৰ বিলাকত নাম ধৰ্ম্ম সম্বন্ধে



বহলাই লিখা আছে। সাত্বত তন্ত্ৰৰ পৰা কেই ফাকি মান মাথোন ইয়াত দিয়া হল।

যাতো কলিযুগে কৃষ্ণ পুৰুষ উত্তম।
অৱতৰি যশ বিস্তাৰিলা নিৰোপম॥ ১৯৮।
... ... ... ...
ধ্যান যজ্ঞ পুজা আদি সমস্তে সংহৰি।
যশস্যাক থাপি গৈলা বৈকুণ্ঠ নগৰি॥ ৩১১।
**এতেকেসে অন্য পুজা আদি যত যত।**
ঋষিৰ বিধান সবে এৰিয়া সমস্ত॥
পৰম মঙ্গল যশ কৰিব শ্ৰৱণ।
মুখে কৃষ্ণ নাম গুণ কৰিব কীৰ্ত্তন॥

আগম যেনেকৈ লোকত প্ৰচাৰ হল সেই সম্বন্ধে শিবৰ বাক্য।

এহি বুলি গৈলা পাচে প্ৰভু নাৰায়ণ।
কৰিলো আগম সবে তাহান বচন॥
কৃষ্ণক ঢাকিয়া পাচে নানা দেৱতাক।
যন্ত্ৰ, মন্ত্ৰ, তন্ত্ৰ, ফল দেখাইলো সবাক॥
আগমত মোহ হুয়া মন্দ বুদ্ধি জন।
কৃষ্ণক এৰিয়া পুজে নানা দেৱগণ॥
সুখৰ আশায়ে পুজে নানা দেৱতাক।
ভোগ অৱসানে চলে ঘোৰ নৰকক।

আগম প্ৰচাৰ কৰা পাপ মোচন হবৰ উপাই সোধাত ভগবানে কলে—

মোৰ লীলা চৰিত্ৰক কৰিয়ো প্ৰচাৰ।
কহিলো নাহিকে যাত পৰে ধৰ্ম্ম আৰ॥
তোমাৰ মুখত শুনি মোৰ লীলা কথা।
অৱশ্যে হৈবেক লোক বৈষ্ণৱ সৰ্ব্বথা॥ ইত্যাদি।

শ্রীশ্রীঅনন্তকন্দলি বা ভাগবত ভট্টাচাৰ্য্য—এখেতে অনেক শাস্ত্ৰ অসমীয়ালৈ অনুবাদ কৰিছে। এখেতে লিখা তাৎপৰ্য্য বিলাকত নাম ধৰ্ম্মৰ প্ৰশংসা মাথোন পোৱা যায়।

অসমীয়া ভাষা, ধৰ্ম্ম আৰু কৃষ্টিৰ ধৰণী স্বৰূপ দশম কীৰ্ত্তন ঘোষা ৰত্নাৱলী এই চাৰি খনি শাস্ত্ৰ, প্ৰভু ঈশ্বৰ সকলে পাঠ কৰি চাইছেনে নাই কব নোৱাৰি, অসমীয়া মাত্ৰৰে সেৱাৰতৰ বস্তু। এই কেই খনি শাস্ত্ৰই কয় কি তাৰ আভাষ তলত দিয়া হল।

কীৰ্ত্তনৰ বেদ-স্তুতিত বেদে কৈছে—

সন্ন্যাসীৰ বেশ ধৰি. লোকক বঞ্চিলো চলে, ভৈলো ভোগ তৃষ্ণায়ে আকুল। ৰাত্ৰি দিনে মোহ মোৰ, মনত মুগুছে আতি নানাবিধ উদ্যমে ব্যাকুল॥ **অজ্ঞানী** (কাক বুলিছে)। লোকৰ মান্য, পায়া গৰ্ব্ব বাঢি গৈল, লজ্ঘিলোহো তোমাৰ আজ্ঞাক। দীন অনাথক দয়া. কৰাহা পৰমানন্দ, প্ৰভু আনে ৰাখিয়ো আমাক॥ তোমাৰ **পৰম জ্ঞান**, মাধৱ দিয়োক মোৰ. যিটো খণ্ডে দুখে সুখে হীন। নুহি নাৰায়ণ দিয়া **শ্ৰৱণ কীৰ্ত্তন ভক্তি**, নোহো যেন বেদৰ অধীন। চাৰি বেদ অষ্টাদশ, পুৰাণ যতেক শাস্ত্ৰ, পৰম বেদান্ত ভাগৱত সনক সনন্দ মুনি, যোগ জ্ঞান বিছাৰিয়া, উদ্ধাৰিল তাৰ সাৰ তত্ত্ব॥ আগম পুৰাণ যত, বেদান্তৰ তাৎপৰ্য্য, জানি কৰা **শ্ৰৱণ কীৰ্ত্তন বিনা**, আন পুণ্যে ভকতিক সাৰ।

... য় জানা, ইটো ঘোৰ সংসাৰৰ পাৰ॥

ইয়াৰ পৰা বুজা যায় বেদে "পৰম জ্ঞান" আৰু শ্ৰৱণ কীৰ্ত্তন ভক্তি" এই দুটা বাটহে অনুমোদন কৰিলে আন ক্ৰিয়া কৰ্ম্ম নহয়। দশম—নাজানে শাস্ত্ৰৰ মৰ্ম্ম, কলিত কীৰ্ত্তন ধৰ্ম্ম, এৰি আন কৰ্ম্মসে



বখানে। নামত নকৰে ইচ্ছা, পণ্ডিত বোলায়ে মিছা, জানা সিটো একোকে নজানে। চাৰিবেদ ৰামায়ণ. পুৰাণ ভাৰত যত, সবাহাতে কহয় হৰিক। ইহাক নজানি আন, অৰ্থক কৰে বখান, জানা সিটো মুৰ্খটো অধিক॥

ৰত্নাৱলীত—"কদাচিতো অভকতে নপায়ে মুকুতি" ইয়াকেহে মাথোন প্ৰতিপন্ন কৰিছে।

ভগৱন্তক একাদশ স্কন্ধত শ্ৰীকৃষ্ণ-উদ্ধৱ সম্বাদত—

উদ্ধৱে কৈছে—তোমাৰ সন্মত ইটো পৰম ভকতি পথ, কেৱলে লোকৰ সাধে গতি। কিন্তু বেদে ফুৰে গাই, জ্ঞান বিনে মোক্ষ নাই. আকে শুনি ভ্ৰমে মোৰ মতি॥ কতো বোলে কৰ্ম্ম কৰা. কতো বোলে পৰিহৰা, মিলে আত মনত সংশয়। তুমি বিনে নাহি আন, তুমি শিৱ সৰ্ব্বজান বুজাই মোত কহিয়ো নিশ্চয়॥

শ্ৰীকৃষ্ণই উত্তৰত কৈছে—

জ্ঞানে গতি কৰে বেদ, গোৱা তাৰ পৰিচ্ছেদ, আছে জ্ঞান ভকতিৰ মাজে। ভকতি কৰন্তে জ্ঞান, আপুনি ওপজে জানা, যোগ চিন্তি মৰে মিছা কাজে॥ আৰু কি তোমাত ৰাজ, জ্ঞানতো নাহিকে কাজ, কেৱলে ভকতি তাৰৈ লোক। মোৰ নাম গুণ স্মৰি. ৰূপ হৃদয়ত ধৰি. পাৱৈ অপ্ৰয়াসে আসি মোক, কৰ্ম্মৰ গুচিল কানি. শুনা তাক মহামানী, যিটো নাম নধৰে আমাৰ। জনম গোৱালে বৃথা, মুশুনি আমাৰ ক... তাৰেসে কৰ্ম্মত অধিকাৰ॥

ইটো কথা জানা সাৰ, জ্ঞানত কৰ্ম্মত আৰ, নকৰিবা বিশ্বাস কিঞ্চিত। শ্ৰৱন কীৰ্ত্তন কৰা, সুখে সংসাৰক তৰা; দিয়া

মোৰ চৰণত চিত॥ তপ জপ তীৰ্থ স্নান, যিটো ফল মহাদান. জ্ঞান বৈৰাগ্যত যেন ফল। যিটো নাম গুণ গাৱে, সিটো সম সুখ পাৱে, দেখা কেনে ভকতিৰ বল॥ জানা ত্যক সাৰে সাৰ, ভকতিত পৰে আৰ, নাই গতি দাতা সংসাৰত॥ এহিসে কহয়ে বেদ, দিলো হেৰা পৰিচ্ছেদ, লৈবা তুমি আমাৰ সম্মত॥

উদ্ধৱে পুনাই সুধিলে—

হে প্ৰাণ বন্ধু মোক কহিয়ো বুজাই। ঋষিসকলৰ কিয় এক মতি নাই॥ কেহো বোলে কৰ্ম্মে গতি কেহো বোলে জ্ঞানে গতি। তোমাৰ পৰম পথ কেৱল ভকতি॥ একে বেদ বাক্য কিয় ভৈল মতি ভেদ। কিঙ্কৰৰ কেশৱ সংশয় কৰা ছেদ॥

শ্ৰীকৃষ্ণই উত্তৰ দিছে—

পূৰ্ব্ব প্ৰলয়ত নষ্ট ভৈল বেদ বাণী। কহিলো ব্ৰহ্মাত আমি উদ্ধাৰিয়া আনি॥ বেদে যাক কয়ে তাক শুনা প্ৰাণ সখি। মায়াময় বেদ ধৰ্ম্ম সবাকো উপেক্ষি॥ কেৱলে আমাত মাত্ৰ লৈবেক শৰণ। হৈব কৰ্ম্ম মল ত্যজি তেবেসে প্ৰসন্ন॥ মই বিনে বেদে কিছু আন নবখানে। চাৰিও বেদৰ তত্ত্ব অৰ্থ এহিমানে॥ মনুত প্ৰথমে ব্ৰহ্মা কহিল হৰিষি। পাচে জানিলন্ত বেদ সয়ে সপ্ত ঋষি॥ তাত পাচে পাইলা সুৰা-সুৰ সিদ্ধ নাগ। অনন্তৰে বেদক মনুষ্যে পাইলা লাগ॥ যাৰ যেন মতি কৰে বেদক ব্যাখ্যান। নিজ অৰ্থ ভকতিক ত্যজি বুজে আন॥ কেহো বোলে বেদে কয়ে যজ্ঞ ব্ৰতদান। কেহো বোলে ক্ষুদ্ৰ দেৱ পূজা-তীৰ্থ স্নান॥ কেহো বোলে বেদে কয়ে জ্ঞানতেসে গতি। গুণৰ ইচ্ছায়ে বুজে যাৰ যেন মতি॥ কতো মন্দমতি শাস্ত্ৰ নকৰে বিচাৰ। কৰে পূৰ্ব্বকুল ধৰ্ম্ম পুৰুষ আচাৰ॥



লয়ে কতো এৰি তাকো পাষণ্ডৰ মতি। মোক নাপাই যায় অধম অধোগতি॥ নচাৰে কৰ্ম্মীক শোকে দুখে প্ৰতি দিনে। জ্ঞানতো নাহিকে গতি ভকতি বিহিনে॥ আনে নজানয় ইটো বেদৰ বিচাৰ। এতেকে ভকতি পথ সম্মত আমাৰ॥

ভাগৱতে কৈছে—মৰিচ্য অঙ্গীৰসোচ পুলস্ত পুলহ ক্ৰতু।
ভৃগু বশিষ্ঠ ইত্যেতে মদন্তা ব্ৰহ্মবাদিনঃ॥
অদ্যাপি বাসম্পতয়ঃ তপো বিদ্যা সমাধিভিঃ।
পশ্যন্তোঽপি নপশ্যন্তি প্ৰশ্যন্তং পৰমেশ্বৰম॥
মন্ত্ৰ লিঙ্গৈ ব্যৱচ্ছিনং ভজন্তো ন বিদুঃ পৰম্॥ ৪ৰ্থ স্কন্ধ

অৰ্থাৎ বেদৰ মন্ত্ৰ বাহুল্যত বিবিধ দেৱতাৰ উপাসনা কৰা গতিকে মৰিচি অঙ্গীৰা আদি ঋষিসকলেও হৰিক পাব নোৱাৰিলে।

এতিয়া শাস্ত্ৰ কি আৰু স্মৃতি কেনে ধৰণৰ সেই সম্বন্ধে সংক্ষেপে কোৱা যাওক।

মহা কাৰুণিক ৺ গোপীকা বল্লভ গোস্বামীয়ে বিবাহ নিৰ্ণয় পুথিৰ ৮০ পৃষ্ঠাত পূৰ্ণ প্ৰজ্ঞ দৰ্শনৰ পৰা উদ্ধৃত কৰি লিখিছে—

ঋগ্ যজু, সামথৰ্ব্বাচ ভাৰতং পঞ্চৰাত্ৰিকম্।
মূল ৰামায়ণৈশ্চৈৱ শাস্ত্ৰমিত্যভিধীয়তে॥
যশ্চানুকুলমেতস্য তন্ত্ৰশাস্ত্ৰং প্ৰকীৰ্ত্তিতম্।
অতোন্যো গ্ৰন্থ বিস্তাৰো নৈব শাস্ত্ৰং কুৰ্ক[illegible]॥

অৰ্থাৎ ঋক্, যজু, শাম, অথৰ্ব্ব এই চাৰিবেদ মহাভাৰত, পঞ্চৰাত্ৰ আৰু মূল ৰামায়ণ এই কেইখনেই প্ৰকৃত শাস্ত্ৰ। যি বিলাক শাস্ত্ৰ এই কেইখন শাস্ত্ৰৰ বিৰোধী নহয় সেই বিলাকো শাস্ত্ৰ কিন্তু যি

বিলাক ইয়াৰ বিৰোধী সেইবিলাক অশাস্ত্ৰ। মনু সংহিতাতো কৈছে যে যি বিলাক শাস্ত্ৰ বেদমূলক নহয় কিন্তু পুৰুষকল্পিত সেই বিলাক নাশ হৈছে। পিচত লেখা বাবে সেই বিলাক নিষ্ফল আৰু মিচা। ( ৯৬ শ্লোক ১২ শ আধ্যা )

স্মৃতি শাস্ত্ৰ বিলাকৰ বিষয়ে ৺উদয়নাচাৰ্য্যই লেখিছে যে এই স্মৃতি শাস্ত্ৰবিলাক সৰস্বতী নৈৰ পানীৰ দৰে এবাৰ সোমাব আৰৌ এবাৰ ভুমুৰ্ক মাৰিব। মনুৱে কৈছে যে শাস্ত্ৰত কোৱা কৰ্ম্মবিলাক পৰিত্যাগ কৰিও ব্ৰহ্মধ্যান ইন্দ্ৰিয় সংযম, বেদ উপনিষদ আদি পাঠৰ কাৰণে ব্ৰাহ্মণে যত্ন কৰিব। আত্মজ্ঞানেই মুক্তিৰ প্ৰধান উপাই। যি বিলাক স্মৃতি বেদমূলক নহয় বৰঞ্চ বেদবিৰোধী অৰ্থাৎ অসৎ তৰ্কমূলক সেইবিলাক পৰলোকৰ মঙ্গলৰ কাৰণে নহয় কিন্তু সেই বিলাকৰ দ্বাৰাই নৰকফল লাভ হয়। ( ১২ অঃ ৯২, ৯৫ শ্লোক )

এই সকলোবিলাকে প্ৰমান কৰে যে প্ৰকৃত শাস্ত্ৰ আৰু অসমৰ ধৰ্ম্মাচাৰ্য্য সকলে জীৱ তৰণৰ উপায় হৰি ভক্তি. হৰি নামকে সকলোতকৈ উচ্চ স্থান দিছে আৰু তাৰে বহুল প্ৰচাৰৰ অৰ্থে যৎপৰোনাস্তি চেষ্টা কৰি আহিছে।

এতিয়া প্ৰকাশিত পুস্তিকা খনিৰ দুই এটি কথা সম্বন্ধে কোৱা যাওক। পুস্তিকাৰ ১ম পৃষ্ঠাত "সৰ্ব্বেষাম্ এবং বৰ্ণানাং..." বোলা গৰুড় পুৰাণৰ শ্লোকটিকে লৈ অনেক স্মৃতিৰ বচন উদ্ধাৰ কৰি হৰিনাম ৰক্ষক লোপ কৰিবৰ আৰু পেৰেতীয়া কৰ্ম্মক মোক্ষৰ ঈশ্বৰ স্মৃতিৰৰ অভিপ্ৰায়ে ওকালতি কৰি গাৰ্ব্বৰ নিৰক্ষৰী প্ৰজাক কেনি পঠিয়াব খুজিছে কব পৰা নাই। পণ্ডিত ভূবন চন্দ্ৰ ভূঞা দেৱৰ প্ৰকাশিত কেইবা খনি পুস্তক, পৰম কাৰুনিক ৺গোপীকা ৰল্লভ গোস্বামীৰ সপিণ্ডি কৰণ নিৰ্ণয়, শ্ৰাদ্ধ নিৰ্ণয়, আগ আৰু মাজ



চোৱা, ৺বটদ্ৰৱা থানৰ সত্ত সন্মিলনৰ অশৌচ ব্যৱস্থাৰ সিদ্ধান্ত শ্ৰাদ্ধ নিৰ্ণয় শেষ চোৱা, অন্ত্যেষ্টি. ক্ৰিয়া বিধান. প্ৰকাশক শ্ৰীমহেন্দ্ৰ নাথ বৰুৱা, জননা শৌচৰ ব্যৱস্থা প্ৰকাশক শ্ৰীচেনাৰামদেৱ শৰ্ম্মা স্মৃতিভূষণ, ভক্তি তত্ত্বদৰ্শণ, শ্ৰীশ্ৰীতীৰ্থনাথ গোস্বামীৰ দ্বাৰা সম্পাদিত ইত্যাদি পুস্তক বিলাকলৈ আপোনাসবৰ দৃষ্টি আকৰ্ষিত হব বুলি ভাব জনোৱা হল। সেই বিলাকত স্মৃতিৰ বচনৰ বাহিৰেও বহুত বৈষ্ণৱ গ্ৰন্থৰ বচন, শ্ৰুতিৰ বচন ঠায়ে ঠায়ে বেদৰ বচনৰ যুক্তিপুৰ্ণ সমালোচনা হৈ আছে। দশাহ অশৌচ পালন কৰি অন্ত্যেষ্টি ক্ৰিয়া ১২ দিনত সপিণ্ডিকৰণ আদি সকলো কৰ্ম্ম হৰি কীৰ্ত্তনেৰে সমাধা কৰাৰ অনেক বচন আৰু যুক্তি সেই পুস্তিকা বিলাকত আছে। তালৈ দৃষ্টি কৰা হলে বোধ হয় একেতা বচনৰ কথাকে লৈ মৰণা মাৰি থাকিবৰ আৱশ্যক নহল হেতেন। সেই সকলো যুক্তি মনু সংহিতাৰ ১২শ অধ্যায়ৰ ১১২।১১৩ বচনত অনুমোদিত।

গোটেই অসমৰ ধৰ্ম্ম সমাজত, পণ্ডিত সমাজত, ৰাজ সভাত গাৱলীয়া সমাজত জনাজাত, নিস্বাৰ্থী উদাৰমনা সত্যধৰ্ম্ম, প্ৰচাৰক, ৺গোপাল দেৱৰ পৰিণাতি শ্ৰীশ্ৰীগড়মূৰীয়া ধৰ্ম্মাধিকাৰ আৰু সত্ৰাধিকাৰ পিতাম্বৰ দেৱ, পৰম কাৰুণিক পৰম ভাগৱত ৺গোপীকাবল্লভ গোস্বামী, ধলৰ সত্ৰৰ অধিকাৰ শ্ৰীশ্ৰীতীৰ্থনাথ গোস্বামী. পণ্ডিত প্ৰৱৰ শ্ৰীযুক্ত ভূবনচন্দ্ৰ ভূঞা ব্যাকৰণ তীৰ্থ, তৰ্কশাস্ত্ৰী পৰম ভাগৱত, সত্য কথা কবলৈ ভয় নকৰা, নাম ধৰ্ম্মবস্তু প্ৰচাৰক শ্ৰীযুক্ত ৰমাকান্ত মুক্তিয়াৰ, বট... ৰামপুৰা বালিসত্ৰ পাটবাউসী থান আৰু নৰোৱা সত্ৰৰ অধিকাৰ ৺শ্ৰীশ্ৰী বংশীধৰ দেৱ গোস্বামীৰ সংগৃহীত শ্ৰাদ্ধ নিৰ্ণয় মাজছোৱা ৪১ খন থান সত্ৰৰ ৪১ জন গোসাই মহন্তৰ সন্মিলিত সন্মিলনৰ

অনুমোদন মতে আৰু ওপৰোক্ত বেদ ব্যৱস্থা মতে দশাহ অশৌচ পালন কৰা বা হৰি কীৰ্ত্তনীয়া সকলে বিৱমবাদী সকলৰ কথাতৈ কান নকৰি সত্য ধৰ্ম্মত প্ৰৱৰ্ত্তণ কৰি আছে।

উল্লিখিত পুস্তিকা ৰনিত ১২ জন ঋষি মুনিৰ সংহিতাৰ যিখিনি বচন দিয়া হৈছে কেৱল শূদ্ৰ জাতিটো অধঃপাতে যায় বুলি আশঙ্কা কৰিয়েই দিয়া যেন অনুভৱ হৈছে। দৰাচলতে নিৰপেক্ষ ভাৱে চিন্তা কৰিলে দেখিব যে শূদ্ৰ জাতিয়ে ঘাইকৈ হৰিকীৰ্ত্তনীয়া সকলে বেদবানী ৰক্ষা কৰি ব্ৰাহ্মন সকলক পূৰ্ব্বৰ দৰে বেদৰ স্বামী বা ব্ৰহ্মত স্থিতি হৰলৈ হে উদগণি দি উপকাৰ কৰিছে। আন হাতে বেদৰ দিনৰ যি বিলাক শূদ্ৰ জাতি বুলি ব্ৰাহ্মন সকলৰ দ্বাৰা পৰি গণিত হৈছিল মহাপুৰুষ. শ্ৰীমন্ত শঙ্কৰদেৱৰ দিনৰ পৰা শূদ্ৰ জাতিটো আন তিনি জাতিৰ সমকক্ষ হৈছে। তেনে স্থলত ধৰ্ম্মাচাৰ্য্য সকলৰ আনন্দৰ বিষয় হোৱাহে উচিত হব লাগিছিল। কিন্তু কাৰ্য্যস্থলত দেখা যায় যে তেখেত সকলে পাৰিলে উচ্চ জাতিকো টানি আনি শূদ্ৰ জাতিত বা অন্ত্যজ জাতিত পৰিণত কৰিব পাৰিলেহে সন্তোষ পায়। অৱশ্যে শাস্ত্ৰত পোৱা যায় যে মৰ্ত্ত্য লোকত কোনো জনে তপ আদি কৰিলে স্বৰ্গত দেৱৰাজ ইন্দ্ৰৰো টোপনি নোহোৱা হয়। উদাহৰণ স্বৰূপে কবলৈ গলে অসমৰ ক্ষত্ৰিয় আহোম সকলকো নগাওঁৰ শ্ৰীবাপুৰাম বাপুৰ "সৰ্ব্বজ্ঞান মঞ্জৰী" বেদ মতে ব্যৱস্থা দি অন্ত্যজ জাতিত পৰিণত কৰা হৈছি...। আহোম সভাই চকু কাণ নিদিয়া হলে দেৱবংশী অসমৰ ক্ষত্ৰিয় জাতিটো ৪ৰ্থ বা ৫ম জাতিত পৰিণত হলহেঁতেন। সভাৰ যত্নত ব্যৱস্থা দাতা শ্ৰীশ্ৰীআউনী আটীয় আৰু শ্ৰীশ্ৰীদক্ষিন পাটীয় প্ৰভু সকলৰ ব্যৱস্থা দুখন জাননী দ্বাৰাহি বন্ধ কৰা হল



কিন্তু যি খন "সৰ্ব্বজ্ঞান মঞ্জৰী" বেদ সেই খন সেই দৰেই থাকিগল, কেতিয়া আকৌ ভুমুকি মাৰে ঠিক নাই। সেই দৰেই মনুষ্য কল্পিত তমঃ প্ৰধান স্মৃতি বেদৰ বচনৰ দোহাই দি শূদ্ৰ জাতিটোক বেদ কথিত বুলি শূদ্ৰত চিৰদিন পৰিণত কৰি ৰখাৰ বাহিৰে আন কোনো উদ্দেশ্য নহয়। ব্যাসসংহিতা মতে কায়স্থ জাতিও অন্ত্যজ জাতি ভুক্ত।

• • • •

আহোম সভাক উত্তেজিত কৰি কিছুমান পুৰণি কথা মাথোন ৰাইজৰ মাজত প্ৰচাৰ কৰোৱা হল। আহোম সভাৰ কাৰ্য্য বিবৰণী পুস্তিকাৰ ৮ম পৃষ্ঠাত লেখিছে আউনীআটীয় অধিকাৰে তেখেতৰ কুট আৰু ভেদ নীতিমূলক উক্তিত আহোম জাতিক দুভাগ কৰিবলৈ প্ৰয়াস কৰি আহোমৰ তথা অসমীয়া হিন্দু জাতিৰ মহা অনিষ্ট সাধন কৰিব খুজিছে।

• • • •

৯ম পৃষ্ঠাত কোনো বংশগত আৰু ব্যক্তিগত প্ৰভাৱ নথকাকৈ ৮ নিৰঞ্জন পাঠকে ৰজাৰু আৰু গুৰু পুত্ৰক প্ৰতাৰণা কৰি ধৰা পৰা স্বত্বেও স্বৰ্গদেৱ জয়ধ্বজ সিংহই কেনেকৈ ৰাজোচিত উদাৰতা আৰু সৌজন্যতাৰে হিন্দু সমাজৰ নীতি মানি তেওঁক ৰাজদণ্ডৰ পৰা ৰেহাই দি আউনীআটীয় সত্ৰ প্ৰতিষ্ঠা কৰি সেই সত্ৰৰ গাদীত বহুৱালে সেই কথা অধিকাৰে বুৰঞ্জীৰ পাত মেলি চোৱা উচিত আছিল। তদুপৰি আন আন স্বৰ্গদেৱ সকলেও কেনেকৈকনো অব্ৰাহ্মণক লগুণ পিন্ধাই ব্ৰাহ্মণ কৰিলে, পতিত ব্ৰাহ্মণৰ কপালত চাব মাৰি কৈৱৰ্ত্ত বণিয়াৰ শাৰীলৈ নমালে আৰু কেনেকৈকনো গদাধৰ সিংহ স্বৰ্গদেৱে ভাও ধৰা মহন্তসকলক

হাতত কোৰ, মুৰত পাচি দি হ'ল পুখুৰী আলি আদি নিৰ্ম্মান কৰালে সেইবোৰ কথা বুৰঞ্জীবিদ অধিকাৰক বহলাই বুজালেও হব। ইত্যাদি—

পৰাশৰ স্মৃতিৰ ১ম অধ্যায়ৰ ২৩ শ্লোকত দিয়া আছে যে কলিযুগত পৰাশৰ দ্বাৰা নিৰ্দ্দিষ্ট ধৰ্ম্মই প্ৰধান ধৰ্ম্ম বুলি গণ্য হব। শ্লোকটি এই—

কৃতেতু মানবো ধৰ্ম্মঃ ত্ৰেতায়াং গৌতম স্মৃতঃ।
দ্বাপৰে সাঙ্খ লিখিতঃ কলৌ পৰাশৰ স্মৃতঃ॥

পৰাশৰ স্মৃতি মতে শূদ্ৰৰ ধৰ্ম্ম হৈছে—

শূদ্ৰানাং দ্বিজঃশুশ্ৰূষা পৰো ধৰ্ম্ম প্ৰকীৰ্ত্তিতঃ।
অন্যথা কুৰুতে কিঞ্চিত্তদ্ভবেত্তস্য নিস্ফলম্॥

অৰ্থাৎ শূদ্ৰ জাতিৰ এক মাত্ৰ শ্ৰেষ্ঠ ধৰ্ম্ম দ্বিজ সেৱা তাৰ বাহিৰে আন যি কৰ্ম্মকে কৰক নিস্ফল হয়।

সেইমতেই শূদ্ৰ জাতিয়ে আজিও ব্ৰাহ্মণ সকলক হালবাই খেতি কৰি ভাত খুৱাই আছে; প্ৰভুসকলৰ বৰ আলধৰাৰ পৰা নাৱৰীয়া খাটোলা ভাৰিলৈকে কাম কৰি সেৱা কৰিয়েই আছে, বেদ বাক্য অলপো উলঙ্ঘা কৰা হোৱা নাই। শূদ্ৰ জাতিৰ যৎসামান্য লোকে বিদ্যা জ্ঞান উপাৰ্জ্জন কৰি আন কেইজাতিৰ সমকক্ষ হৈছে যদিও হিন্দু সমাজত তেওঁবিলাকৰ জন্মগত চাব কপালৰ পৰা গুচা নাই। আন দেশৰ আন জাতিবিলাকে—কোনোৱে বিদ্যাৰ বলত কোনোৱে ঐশ্বৰ্য্য বিভূতি, বলত; কোনোৱে ৰজা বা মহৎলোকৰ সুদৃষ্টিত, কোনোৱে তপস্যাৰ প্ৰভাৱত নানা ভাৱে ওপৰলৈ উধাইছে আৰু সেই সেই দেশৰ সমাজে তেনে লোকক উচ্চস্থান দি সামৰি লৈছে। দেখা গৈছে কেৱল মাত্ৰ হিন্দু সমাজইহে এই সম্বন্ধে খৰ্গ হস্ত।



উল্লিখিত পুস্তিকাত অনেক কামৰূপীয়, বঙ্গীয়, পশ্চিমীয়া নানা উপাধিধাৰী পণ্ডিতৰ নাম দি স্মৃতিৰ বাক্য সমৰ্থন কৰাইছে কিন্তু অসমৰ বৈষ্ণৱ পণ্ডিত আৰু অসমীয়াই জনা-শুনা এজনৰো নাম উল্লেখ নাই। যেনে অনন্ত কন্দলী, শ্ৰীধৰ কন্দলী, দৰীয়া আচাৰ্য্য, গোপাল মিশ্ৰ, ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য যাক মহাপুৰুষে আমাৰ দেশৰ সিদ্ধান্ত পণ্ডিত বুলিছিল, ভট্টদেৱ যি জন ভাগৱত ভট্টাচাৰ্য্য বুলি দেশবাসী লোক সমাজত প্ৰসিদ্ধ আছিল আৰু যি জন চাৰি সত্ৰৰ মূল। সাৰ্ব্বভৌম ভট্টাচাৰ্য্য আৰু পাচৰ পণ্ডিত মহামহোপাধ্যায় কৃষ্ণমিশ্ৰ দেৱ যাৰ প্ৰভাৱত স্মাৰ্ত্তিক পণ্ডিতসকল পৰাস্ত হৈছিল আৰু যি স্মাৰ্ত্ত কৃত স্মৃতি অশুদ্ধ প্ৰমাণ কৰি তাৰ ঠাইত অষ্টাদশ স্মৃতি প্ৰৱৰ্ত্তন কৰাইছিল আৰু ভাগৱতকে আদি কৰি অনেক শাস্ত্ৰৰ টিকা কৰিছিল, ভূতপূৰ্ব্ব আউনীআটী সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী ইত্যাদি সকলৰ নাম উল্লেখ কৰি আৰু তেখেতসকলৰ ধৰ্ম্ম অসমীয়াৰ মাজত প্ৰচাৰ কৰিবলৈ ইচ্ছা কৰা হলে অতি সুখৰ বিষয় হল হেতেন। কিয়নো আউনী আটী সত্ৰ এখনি বৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তক সত্ৰহে শ্ৰুতি স্মৃতিৰ বিধান দিয়া পণ্ডিতৰ মেল নহয় বুলি জন সাধাৰণৰ বিশ্বাস।

ভূতপুৰ্ব্ব আউনীআটি সত্ৰাধিকাৰ প্ৰভু দত্তদেৱ বিশিষ্ট পণ্ডিত আছিল। তেখেতৰ দিনৰ সত্ৰৰ কথা মনত পৰিলে শৰীৰ ৰোমাঞ্চ হয়। তেখেতে এখনি মুদ্ৰা যন্ত্ৰ অনায় কেইবা খনিও লুপ্ত হব ধৰা বৈষ্ণৱ গ্ৰন্থ প্ৰকাশ কৰি বৈষ্ণৱ সমাজৰ হিত সাধন কৰিলে। তেখেতে নাম ধৰ্ম্ম বস্তুক সকলো ধৰ্ম্মত কৈ আগ ঠাই দিছিল। সত্ৰৰ চাৰিয়ো হাটিৰ বৈষ্ণৱ সকলে সন্ধিয়াৰ পাচত লানি নিছিগা কৰি বৰাগী নাম গোৱা প্ৰথা প্ৰায়ে বাধ্যতা মূলক কৰিছিল। উপযুক্ত কাৰণ নোহোৱাকৈ কোনো জনে খতি কৰিলে দণ্ডনীয়

হব লগা হৈছিল। প্ৰতি দিনে দৈনিক প্ৰসঙ্গত পালৰ ঘোৱা গোৱা হয়। প্ৰতি বছৰ কাতি মাহত যি সত্ৰীয়া পালনাম হয় সেই নামৰ শেষত তেখেতে কি ভাবেৰে তেখেতৰ ইষ্ট দেৱৰে সৈতে নামত সেৱা কৰে তাক পুস্তিকা লেখক প্ৰভূয়ে দেখা হলে পেৰেতীয়া কৰ্ম্মক বোধ হয় আগ আসন নিদিলে হেতেন। সেই পাল নামত বৰ্ত্তমান ঈশ্বৰ পুৰুষ জনেও ইষ্টদেৱক শিৰত লৈ আহি দেৱসহিত অষ্টাঙ্গে শৰণাপন্ন হয়, সমবেত হোৱা শিষ্য বৰ্গ আৰু অন্যান্য লোক যি বিলাকে দেখিছে সেই বিলাকে এই পুস্তিকাৰ অনুৰোধীয়া কথাবিলাক যুক্তিকৰ হোৱা নাই বুলি নিশ্চয় ভাবিছে।

বুৰঞ্জীৰ পৰা জনা যায় যে গদাধৰ সিংহ স্বৰ্গদেৱৰ দিনৰ পৰা ফুলেশ্বৰী ৰাণীৰ দিনলৈকে বৈষ্ণৱ মহন্ত সকলৰ দুখ কষ্ট কুলাই পাছিয়ে নধৰা হৈছিল। প্ৰায় বাপু সকল ৰজাৰ ফলিয়া হৈছিল। ভকত, মহন্ত, গোসাই বিচৰাই নি শাস্তি কৰাইছিল। তেতিয়া নাম লুকাই গোৱাত, ভকত, গোসাই মহন্ত লুকাই হোৱাত পৰিল। তুংখুঙীয়া বুৰঞ্জীত সেই সম্বন্ধে ৩।৪ টা কথা পোৱা যায়—যাইকৈ দক্ষিণপাট ও আউনিআটীৰ কথা। সেই সময়ত বৈষ্ণৱ সকলে ৰাজ আজ্ঞা মানি নানা কৰ্ম্ম কৰিব লগা হোৱাত কৰ্ম্মী বাপুসকল মধ্যস্থ হৈ কৰ্ম্মকৰ্ত্তা সকলৰ হৈ ৰজা ঘৰত সাক্ষী হব লগাত পৰিল। বাপুসকল পণ্ডিত জাতীয়। তেওঁ-বিলাকক কৰ্ম্মৰ দূত স্বৰূপে প্ৰজাৰ মাজত ৰজাই ৰাখিলে। প্ৰজাই বিপদৰ হাত সাৰিবলৈ এই বাপুসকলৰ লগত মিতিৰালি পাতি কৰ্ম্ম কৰিবলৈ ধৰিলে কিন্তু বৈষ্ণৱ সকলে কৰ্ম্ম লুকুৱাই কৰিবলৈ আৰম্ভ কৰিলে। মৃতকৰ কৰ্ম্ম তিলনি কোনোৱে নেদেখাকৈ আওহতীয়া পুখুৰী পাৰত কৰে, যেয়ে দেখে সেয়ে চুৱা হয়।



কৰ্ম্ম কৰি গা পা ধুই জ্ঞাতি ভকত ২।১ জনক সেৱা কৰি পানী এটুপি খায়। সেই দৰেই মানুহৰ সমাগম নথকা পানীৰ কাষত দহা কৰ্ম্ম কৰে। কৰ্ম্ম কৰ্ত্তা আৰু পুৰোহিত দুয়ো গা-পা ধুই শুচি হয় আৰু জ্ঞাতি ভোজন কৰাই কৰ্ম্ম কৰ্ত্তা জন শুদ্ধ হয়। কাজো বৰ ঘৰৰ ভিতৰত কোনো ভকত কাৰণে নেদেখাকৈ কৰে। কৰ্ম্ম কৰ্ত্তাই কেইবাবাৰো গা ধুব লাগে আৰু কৰ্ম্মৰ অন্তত ঠাই দোখৰো গোবৰ মাটিৰে শুচি কৰিব লাগে। তাৰ পিছত, সকলোৰে দেখাকৈ নাম কীৰ্ত্তন দান দক্ষিণা আদি কৰি কৰ্ম্ম কৰ্ত্তাই শান্তি পায়। এই প্ৰথা বৰ্ত্তমানলৈকে প্ৰায়ে চলি আহিছে। এইটো ভাবিব লগা কথা যে যি কৰ্ম্ম কৰিলে কৰ্ম্ম কৰ্ত্তা নালাগে পুৰোহিত জন পৰ্যান্ত অশুচি হয় যি ঠাইত কৰ্ম্ম কৰা হয় সেই ঠাই পৰ্য্যন্ত চুৱা হয় সেইটো কেনে বিধৰ কৰ্ম্ম আৰু সেই কৰ্ম্ম কৰিবলৈকে লোকে কিয় মাটি, ভেটি, হালৰ গৰু আদি বিক্ৰী কৰি সৰ্ব্বস্বান্ত হয়।

ইপিনে জাতিবৰ্ণ নিৰ্ব্বিশেষে কৰ্ম্মবিলাকৰ কিছু অংশ গুৰু সকলেও গ্ৰহণ কৰে। প্ৰায়শ্চিত্তৰ ধনৰ অংশ কাজত উছৰ্গা কৰা বৰৰ বস্তুক ভাত খোৱা কাঁহি বা বাতি, আৰিয়ৈ চোৱালি পৰাচিতৰ শ পৰাচিতৰ ধনৰ অংশ, বিয়াত গুৰু ঘৰীয়া খনীয়া আৰু টকা এটাৰ ওপৰে যি হয় ধন আন, কি একোদিষ্ট শ্ৰাদ্ধৰো গুৰুঘৰীয়া অবিহনা গুৰুঘৰলৈ মেধি বা পাচনীয়ে তুলি নিয়ে। এনে হুকুম চাৰি সত্ৰীয়া গোসাইৰ পৰাও পোৱা গৈছে যে, শ্ৰাদ্ধাদি কৰিবাই আন নোৱাৰিলেও বামুণটি নি [illegible] দিবা। গোসাই ঘৰীয়া মেধি জন নি অন্ততঃ এক অনা পইচা গুৰু ঘৰলৈ দিবা। এনেবিলাক কাণ্ড চলি থকাত কৰ্ম্মত অধিকাৰ

নথকা শূদ্ৰই কৰ্ম্মত্যাগ কৰিব খুজিলে গুৰু আৰু বাপুৱে কেনেকৈ সহিব পাৰে।

ওপৰত কোৱা হৈছে যে কলিযুগত পৰাশৰ স্মৃতিয়েই বলবৎ হব। সেই স্মৃতিত আছে যে, ব্যাসে মনু, বশিষ্ঠ, কশ্যপ, গৰ্গ গৌতম, উশনা, অত্ৰি, বিষ্ণু, সংবৰ্ত্ত, দক্ষ, অঙ্গিৰা, সাতাতপ, হাৰীত, যাজ্ঞবল্ক কাত্যায়ন, প্ৰচেতস, আপস্তম্ভ, শঙ্খ আদি ঋষি সকলক পৰাশৰ ওচৰলৈ লৈ গৈ সকলোৱে স্থিৰ কৰিলে যে কলিত পৰাশৰ স্মৃতিয়েই গ্ৰাহ্য হব। পুস্তিকাৰ ৩৪ পৃষ্ঠাত যি সকলৰ বাক্য অৱতাৰণা কৰা হৈছে সেই বিলাক বেদ বোলক বা সংহিতা বোলক, সত্য ত্ৰেতা, দ্বাপৰ যুগৰ কাৰণেহে বিধান, কলিৰ নিমিত্তে নহয়। এতেকে প্ৰভুৱে পৰাশৰ বচন অৱতাৰণা কৰাহে বিধেয় আছিল। তামাদি বচনবোৰ অৱতাৰণা কৰা লিখকক ভগবান মনুৱেই দোষী সাব্যস্ত কৰিছে। সত্য, ত্ৰেতা, দ্বাপৰ যুগৰ ধৰ্ম্ম শাস্ত্ৰৰ কথা গোৰ লেখি চাৰি সত্ৰীয়া গোসাই সকলৰ ভিতৰত বেচি প্ৰতিপত্তিশীল আৰু মাননীয় শ্ৰীশ্ৰীআউনী আটীয় সত্ৰ-বিলাক গোস্বামী প্ৰভুৰ অভিমত বোলা কিতাপ খনি তেলপানী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুৰ চতুৰাই প্ৰকাশ কৰাই নিৰক্ষৰ হোজা শূদ্ৰ জাতিৰ আগত সকলোৱে দেখাকৈ দাঙি ধৰিছে। প্ৰভুসকলে যেনেকৈ শূদ্ৰ জাতি জহৰ নামে যায় বুলি ভৱত ত্ৰাতা মধুসূদন সেই দৰে **পৰাশ দেৱেও** কলিত চৰিয়ো জাতিৰ ভিতৰত ব্ৰাহ্মণ জাতিয়েই "জ্ঞ" যাইকৈ শূদ্ৰ জাতটো "অজ্ঞ" হব বুলি শঙ্কা কৰি ব্ৰাহ্মণ জাতিৰ ওপৰতে দেশৰ ধৰ্ম্ম, সমাজ, বিবাহ, ভক্তি আদি সকলো ন্যস্ত থাকিব, ব্ৰাহ্মণ জাতিৰ পৰাই দেশৰ কল্যাণ আদি সাধন হব বুলিয়েই সেই ত্ৰিকালজ্ঞ ব্ৰহ্মদৰ্শী **পৰাশ দেৱে** ঋষি সকলৰ সভাত আলোচনা কৰাই



পৰাশৰ সংহিতা বেদ প্ৰচাৰ কৰিলে কিন্তু কলিৰ ব্ৰাহ্মণসকলৰ স্বাৰ্থৰ বিৰোধে যোৱাত তালৈ আওকান কৰি আন যুগৰ তামাদি হোৱা কথা অৱতাৰণা কৰিব লগাত পৰিছে। স্মৃতি মতে ব্ৰাহ্মণেই কেউ জাতিৰ গুৰু, ব্ৰাহ্মণেই কলিৰ মূৰ্ত্তি, হলিগে পৰাশৰ সংহিতাত ব্ৰাহ্মণ সকলে হালবোৱা, বিধবা বিবাহ কৰা বিধান দিয়া আছে আৰু ব্ৰাহ্মণ সকলৰ নিষিদ্ধ কৰ্ম্ম বিলাক বিসদৰূপে বৰ্ণোৱা আছে। কিন্তু প্ৰভুসকলে সেইবিলাক উত্থাপন কৰি ব্ৰাহ্মণসকলক বাটলৈ আনিবলৈ বোধ কৰো যত্ন কৰা নাই। কিয়নো তেনে কৰিলে কিজানি দক্ষৰ যজ্ঞত দিয়া নন্দীৰ শাপ আৰু বাপৰ আগত বিভীষণে লোৱা শপত অৰ্থাৎ "যদি প্ৰতাৰণা কৰিছো কলিত ব্ৰাহ্মণ হম" ভ্ৰষ্ট হয়।

মনু-পৰাশৰ ১২ আঃ ৩২—

শূদ্ৰান্নঃ শূদ্ৰ সম্পৰ্কঃ শূদ্ৰেনতু সহাসনম্।
শূদ্ৰাৎ জ্ঞানাগমশ্চাপি জ্বলন্তমপি পাতয়েৎ॥
ফল—গৃধ্ৰঃ দ্বাদশ জন্মানি, দশ জন্মানি শূকৰ॥

অৰ্থাৎ শূদ্ৰৰ অন্ন, শূদ্ৰৰ লগত সম্পৰ্ক, শূদ্ৰৰ লগত সহবাস, শূদ্ৰৰ পৰা জ্ঞান লাভ এইবিলাকে অতি উৎকৃষ্ট ব্ৰাহ্মণকো পতিত কৰে। তাৰ ফলত ব্ৰাহ্মণ মাৰ ১২ জন্ম শগুন আৰু ১০ জন্ম গাহৰি হব লগাত পৰে। আৰু—

দক্ষিণাস্তু যো বিপ্ৰঃ শূদ্ৰস্য জুহুয়াদ্ধবিঃ।
ব্ৰাহ্মণস্তু ভবেচ্ছূদ্ৰঃ শূদ্ৰস্তু ব্ৰাহ্মণো ভবেৎ॥—৩৫ ঐ

অৰ্থাৎ দক্ষিণা লৈ ব্ৰাহ্মণে শূদ্ৰৰ কাৰণে হোম কৰিলে ব্ৰাহ্মণ জন শূদ্ৰ আৰু শূদ্ৰ ব্ৰাহ্মণত পৰিণত হয়।

সম্মত আছে।—

যোহস্য ধর্ম্মমাচষ্টে যশ্চৈবাদি শতিব্রতম।

সোহসং বৃত্তংনাম তমঃ সহতে নৈবমজ্জতি॥

অর্থাৎ যি ব্রাহ্মণে শূদ্রক ধর্ম্ম উপদেশ দিয়ে বা চান্দ্রায়ণ আদি ব্রত কৰিবলৈ কয় সেই ব্রাহ্মণ শূদ্রেৰে সৈতে অসংবৃত্ত নামক ঘোৰ নৰকত পৰে।

এতেকে এই বিলাক শ্রুতি স্মৃতিৰ বচন পালন কৰি ব্রাহ্মণ আৰু গোসাই সকলে নিজে প্রকৃত ব্রাহ্মণ হৈ শূদ্র জাতিক কর্ম্মৰ পৰা বিৰত কৰাই নিজৰ আৰু শূদ্রৰ প্রকৃত উন্নতি সাধন কৰাহে কৰ্ত্তব্য।

হিন্দু-সমাজ-দেহৰ মূৰ হৈছে ব্রাহ্মণ। সেই মূৰতে যেতিয়া বিঘিনি ঘটি মস্তিস্ক বিকাৰ গ্রস্ত হৈছে দেহৰ অন্যান্য ভাগ কেনেকৈ সুস্থ হৈ থাকিব পাৰে? সেই বিকাৰ গুচাবৰ কাৰণে ত্যাগী, দেশ-হিতৈষী, নিস্বার্থী, পণ্ডিৎ, পতিতৰ বন্ধু, সৎকুলোদ্ভৱ বয়োবৃদ্ধ ধৰ্ম্মাধিকাৰ শ্রীশ্রী গড়মূড়ীয় প্রভুৱে ২০।২৫ বছৰৰ আগৰে পৰা নানা শাস্ত্র আলোচনা কৰি যি কিতাপ আদি প্রচাৰ কৰিছে সেই প্রচাৰ কাৰ্য্য আৰু যুক্তি সময়োপযোগী হৈছে বুলি অনেকে মানিছে বা মানিবলৈ বাধ্য হৈছে। প্ৰমাণ স্বৰূপে বৰপেটা নামঘৰত অন্ত্যজসকলৰ প্রবেশ—তেতিয়া এই জনা প্রভুৱে বৰপেটা আৰু আনৰ পৰাও কত কটু বাক্য আৰু অপব্যৱহাৰ পাব লগা হৈছিল কিন্তু এতিয়া বৰপেটা নালাগে অসমৰ সকলো সত্রই এই কথা মানি লব লগাত পৰিছে। কিছু দিনৰ আগতে শাস্ত্রৰ যুক্তিৰে এই জনা প্রভুৱে ব্রাহ্মণসকলক হাল কর্ষণ কৰিবলৈ পৰামর্শ দিছিল। তেতিয়া সকলোৱে তেখেতক উপলুঙা কৰিছিল কিন্তু এতিয়া অনেক



ব্রাহ্মণে হাল বাই ওই এটা কৰি ব্রাহ্মণে হাল বাব পৰা বেদ-শাস্ত্রৰ বচন প্রচাৰ কৰিছে। আৰু আন নালাগে ভাৰতৰ বৰলাট চক্রবর্ত্তী আচাৰ্য্য শ্রীৰাজাগোপালেও নাঙলৰ কুটিত ধৰিছে বুলি খবৰ পোৱা হৈছে। যি জনৰ বিৰুদ্ধে সত্র-সঙ্ঘই যি আদর্শ বিপৰ্য্যয় পুস্তিকা প্রচাৰ কৰিছে, কোনোজনে দোৱাশৰণ পুস্তিকা লেখি জীৱন-মৰণ পণ কৰিবলৈ আগ বাঢ়িছে সেই সকলেও অনিচ্ছা সত্ত্বেও সভা-সমিতিত গড়মূৰীয়া জনৰ কথা প্রশংসা কৰা দেখা যায়। স্বাভাৱিকতে মহত্বৰ গুণ-গৰিমা পিচে পৰেহে লোকে উপলব্ধি কৰে। শ্রীকৃষ্ণই গোট-জাতীৰ উপদ্রৱত সাগৰৰ মাজলৈ গৈ দ্বাৰকাত বসতি কৰিব লগাত পৰিছিল; তেখেতৰ ভাগৱতী ধৰ্ম্ম প্রথমে ব্রজৰ যুৱতী আৰু নগৰ গৰখীয়া লৰাই মানি লৈছিল, পিচত গোটেই ভাৰতে মানিব লগাত পৰিছিল। সেইদৰেই মহাপুৰুষ শ্রীশঙ্কৰ দেৱেও গোট-জাতীৰ অত্যাচাৰত অসম এৰি বেহাৰলৈ যাব লগাত পৰিছিল আৰু তেখেতৰ প্রচাৰিত ধৰ্ম্ম প্রথমতে মানি লৈছিল তেখেতৰ ঘৰত থকা সর্ব্বজয়, পৰমানন্দ আদি জনদিয়েক আতৈয়ে আৰু চণ্ডৰী, মাধৈ, মালতি আদি পৰিচাৰীকা আই-সকলে। এতিয়া সেই ধৰ্ম্ম বস্তু সকলোৰে গ্রহণীয় হৈছে।

উল্লিখিত পুস্তিকাৰ ১৩ পৃষ্ঠাত থকা কেৱল হৰি পূজক হলেই……ইত্যাদি।—হৰি পূজকক পূজাৰী বুলি যদি কোৱা হয় তাত কবলৈ একো নাই, কিয়নো সি এখন বিষয় মাত্র। যদি "কেৱল বৈষ্ণৱ বা ভকত হলেই" বোলা হলে কবলৈ বহুত আছিল আৰু আগতে কৈয়ো অহা হৈছে। প্রহ্লাদৰ তুল্য অদ্বিতীয় ভক্তক উপদেশ দিওঁতে "সদায় শুনিবা মোৰ কথা। মোৰ ৰূপ চিন্তিবা সৰ্ব্বথা। কীৰ্ত্তনে পলাইবে পাপ চয়।" কৈ পিচত "প্রেত

ক্রিয়া” কৰিবলৈ আদেশ দিয়া কথাটোত “প্ৰেত ক্ৰিয়া”ৰ অৰ্থ বুজাই দিয়া হলে ভাল আছিল। সেই যুগৰ ধৰ্ম ধ্যান বা ধাৰণা বা তপস্যা কৰিবলৈ কিয় নকলে? সেইদৰেই কংসৰ মৃত্যুত সেই যুগৰ ধৰ্ম দান বা পূজা নকৰাই শ্ৰীকৃষ্ণই কিয় প্ৰেত ক্ৰিয়া কৰোৱালে? ইয়াৰ বুজিবলৈ বাকী নথকা উত্তৰ কীৰ্ত্তনৰ সহস্ৰ নাম বৃত্তান্তত পোৱা যায় আৰু ঘটনাটোও বোধ হয় সকলোৱে জানে।

সহস্ৰ নাম বৃত্তান্ত (কীৰ্ত্তন)

চতুৰ্ভুজ শঙ্খ চক্ৰ গদা-পদ্মপাণি।
দেৱক সম্বোধি হেন বুলিলন্ত বাণী॥
তুষ্ট ভৈলো আমি কৰিবোহো প্ৰতিকাৰ।
আপুনি মনুষ্য হুয়া হৈবো অৱতাৰ॥
তোমৰা সবক পূজা কৰিবো বিশেষ।
তেবেসে পূজিবে নৰে পায়া উপদেশ॥
দেৱক পূজিবো যজ্ঞ কৰিবো বহুত।
তেবে মোৰ নাম ধৰ্ম্ম হৈবেক গুপুত॥
এহি বুলি ত্ৰিদশক ভকতবৎসলে।
বহুবিধ ৰূপ ভৈল পৃথিবী মণ্ডলে॥
ৰঘুকুলে ৰাম চন্দ্ৰ ভৈল অৱতাৰ।
যজ্ঞ কৰি দেৱৰ সাধিলা উপকাৰ॥
শ্ৰাদ্ধে পিতৃগণক কৰিলা মন তোষ।
ব্ৰাহ্মণকো দান দিয়া কৰিলা সন্তোষ॥
দ্বাপৰ যুগত যদুকুলে অৱতৰি।
কৃষ্ণ ৰাম ৰূপে পৃথিবীৰ ভাৰ হৰি॥



দেৱ ব্ৰাহ্মণক পূজা কৰিলা অশেষ।
সকল জগতে ভৈল কৃষ্ণ উপদেশ॥

ভগৱানে শিৱক কলে—

আমাৰ বচনে তুমি হেন কৰিয়োক।
শাস্ত্ৰ কৰি মনুষ্যৰ লোভ বঢ়ায়োক॥
আগমত দেখায়োক সংসাৰৰ সুখ।
তাক দেখি হোৱে যেন আমাত বিমুখ॥
আমাৰ ভকতি পন্থ সবে হোক চন্ন।
আন দেৱ পূজাত সবাবো হোক মন॥

শিৱই কলে—

যদি হেন তোমাক আগমে কৰো চন্ন।
তেবে মোৰ পাতেক হৈবেক অমোচন॥
... ... ...
মাধৱে বোলন্ত শুনা শঙ্কৰ সম্প্ৰতি।
মোৰ নাম লৈলে পাপ যাইব অধোগতি॥
ৰত্নাকৰ কন্দলি কহিলা হেন সাৰ।
ৰাম নাম বিনে নাই সংসাৰ নিস্তাৰ॥

মহাপুৰুষ মাধৱদেৱে ঘোষাতো লেখিছে—

পৰম অমূল্য ৰত্ন হৰিৰ নামৰ পেড়া
অতি গুপ্ত স্বৰূপে আছিল।
লোকক কৃপায়ে হৰি শঙ্কৰ স্বৰূপে আসি
মুণ্ড ভাঙ্গি সমস্তকে দিল॥

হৰি নাম প্ৰেম ৰস অমৃত নিধিক বান্ধি
গুপ্ত কৰি থৈল দেৱ গণে।
দয়ালু শঙ্কৰে পাই তুলি মুণ্ড ভাঙি দিল
সুখে পান কৰা সৰ্ব্বজনে॥

হৰিনাম গুপ্ত ভৈল মনুষ্যত পূজা বৈল
বুলি ৰঙ্গ কৰে দেৱ সৰ্ব্ব।
হেন হৰি নাম ধৰ্ম্ম শঙ্কৰে বিদিত কৰি
চুৰ কৈলা দেৱতাৰ গৰ্ব্ব॥

বেদৰ বিহিত যত আছে ধৰ্ম্ম সংসাৰত
সবে হৰি নামৰ কিঙ্কৰ।
হেন জানি যিটো জনে নামৰ কিৰ্ত্তন কৰে
সেহিসে পৰম সাধু নৰ॥

হিৰণ্যকশিপু আৰু কংসৰ প্ৰেত কাৰ্য্য কৰোৱা মন্ত্ৰবিলাক লেখক প্ৰভূৱে দিয়া হলে কিজানি মানিব লগাত পৰিল হেতেন আৰু প্ৰহ্লাদ, বলি, ব্ৰহ্মা, নাৰদ আদিৰ প্ৰেত ক্ৰিয়া কৰা লেখা হলে বৰ ভাল হলহেতেন। কিন্তু এইটো ধ্ৰুৱ যে বঙ্গদেশৰ ৰঘুনন্দন বা পিতাম্বৰ দেৱৰ প্ৰেত কৌমুদী বা শ্ৰাদ্ধ কৌমুদীৰে তেওঁবিলাকৰ প্ৰেতকাৰ্য্য কৰোৱা হোৱা নাই। এই দুটি কথাৰ উদাহৰণ দি নৃসিংহ গোসাই আৰু কৃষ্ণ গোসাইৰ হতুৱাই প্ৰেত ক্ৰিয়া সুধাৰৎ প্ৰকাশ কাৰ লোক সমাজত নামক লুপ্ত কৰা হৈছে মাথোন। ওপৰৰ পদ্বিলি সমালোচনা কৰিলে লোক সমাজে দেখিব নাম বস্তু ডাঙৰ নে প্ৰেত ক্ৰিয়া ডাঙৰ, কোনটো কৰা যুগুত। ৰামচন্দ্ৰই জটায়ুৰ প্ৰেত ক্ৰিয়নো কেনেকৈ কৰিলে?



কীৰ্ত্তনৰ নাম অপৰাধত আছে—

ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান। যতেক আছে মহা যজ্ঞ দান॥
আৰু এৰে কৰে নামক সৰি। **কতনো যাতনা ভুঞ্জিবে মৰি॥**
হৰি নামে নামে নামে নিশ্চয়। মোহোৰ জীৱন নাৰদে কয়॥
নাৰদে দিলন্ত তিনি কতপা। নমানিবে আৰু কোননো **লপা**॥
নাৰদৰ বানী শিলৰ ৰেখা। বৃহত নাৰদী বিছাৰি দেখা।

দশমৰ উপদেশ বিলাকত শ্ৰীশ্ৰীশঙ্কৰদেৱে কি মত প্ৰকাশ কৰিছে তাক শ্ৰীযুত ৰামেশ্বৰ বৰুৱাৰ দ্বাৰা সংগৃহীত "শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বানী ১ম খণ্ডত পোৱা যায়।

প্ৰভুদ্বয়ৰ কথাকে ধৰি লোৱা যাওক যে সত্যযুগত হিৰণ্যকশিপু আৰু দ্বাপৰত কংসক প্ৰেত কাৰ্য্য কৰি উদ্ধাৰ কৰিলে কিন্তু কলিৰ আদিত জন্মেজয়ে যজ্ঞ কৰোতে ব্ৰহ্মবধ কৰাত ব্যাস আদি ঋষি সকলে জন্মেজয়ক ব্ৰহ্মবধৰ **প্ৰায়শ্চিত্ত** নকৰাই কিয় **মহাভাৰত** শ্ৰৱণ কৰিবলৈ ব্যৱস্থা দিলে প্ৰভুসকলক সুধিব পাৰিনে?

ভাগৱতৰ টিকাকাৰ শ্ৰীধৰস্বামী মহা বৈষ্ণৱ। কবিৰত্ন ভট্টদেৱে কথা গীতাৰ পাতনিত কৈছে "আমি শ্ৰীধৰৰ টিকা মতে কথা নিবন্ধিবো। কাৰণ শ্ৰীধৰে ভক্তি মাত্ৰ নিৰূপণ কৰে।" মহা বৈষ্ণৱ ভাগৱতকাৰে ভাগৱতৰ বাণীত দৈত্য অসুৰক প্ৰেত মাৰ্গে পঠিয়াই শ্ৰৱণ কীৰ্ত্তন নিৰ্ম্মল নাম বস্তুক সকলো ধৰ্ম্মৰ ওপৰত ঠাই দিছে; চমুকৈ কবলৈ গলে বৈষ্ণৱ অবৈষ্ণৱৰ প্ৰভেদ দেখুৱাই ভাগৱতৰ মাহাত্ম্য প্ৰকাশ কৰিছে। হিৰণ্যকশীপু দৈত্য আৰু [illegible] অসুৰ স্বভাৱ সম্পন্ন। এওঁবিলাকৰ প্ৰেত কৰ্ম্ম কৰোৱালে কিয়? যি ভগৱন্তৰ কটাক্ষত সৃজন পালন সংহৰণ হয় সেই ভগৱন্ত বস্তুক স্তুতি প্ৰাৰ্থনা নকৰি অকৃতজ্ঞ হৈ গালি পাৰি আন দেৱদেৱীৰ পূজা

পাতল কাবাৰ ফল প্ৰেত মাৰ্গে গৈ যাতে যম-যাতনা ভোগ কৰিব পাৰে সেই বাবে প্ৰেত কাৰ্য্য কৰোৱালে। ইপিনে ভগৱন্তৰ নিজ মুখৰ বাণী গীতা ভাগৱত-মহা মহা বৈষ্ণৱসকলৰ আগত প্ৰচাৰ কৰি মানবৰূপী ঈশ্বৰ স্বৰূপ গুৰুসকলৰ মুখে সুগম পথ-শৰণ, ভজন, মালা-মন্ত্ৰ, সকলোৱে মুল নাম বস্তু-বিতৰণ কৰাই জীৱৰ নিস্তাৰৰ উপায় দিলে। তেনে গুৰুসকলে সকলো শ্ৰুতি স্মৃতিৰ শিৰোত্তৰ ভাগৱতৰ নাম সিংহক লুপ্ত কৰি তৰ্ক শাস্ত্ৰ ৰূপ পাপ হস্তিক শিষ্য সকলৰ সমাজত আৰু মনত মেলি দিছে ইয়াত কৈ আচৰিত আৰু কিবা হব পাৰে নে?

পুস্তিকাৰ ১৫ পৃষ্ঠাত নাম কীৰ্ত্তনেৰে শ্ৰাদ্ধ কাৰ্য্য কৰা শাস্ত্ৰৰ বিধান নহয় বুলি গীতাৰ দুটি শ্লোক উদ্ধাৰ কৰি সপ্ৰমানিত কৰিছে। সেই গীতাৰ ১৭শ অধ্যায়ত প্ৰভু ভট্টদেৱে লেখিছে—"শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে, বেদৰ প্ৰসিদ্ধ তিনি বিধ মন্ত্ৰ পৰমাত্মাৰ নাম, বিগুণকো সগুণ কৰিবাক পাৰে। যি তিনিবিধ মন্ত্ৰে ব্ৰাহ্মণ বেদ যজ্ঞক সগুণ কৰি পবিত্ৰ কৰিছে। ইদানিক তিনিয়ো মন্ত্ৰৰ প্ৰত্যেকে প্ৰশস্ত কহন্ত। ভগৱন্তৰ নাম মন্ত্ৰক উচ্চাৰণ কৰি কৰিলে বেদ বাদীসবৰ যজ্ঞ, দান, তপ ক্ৰিয়াসব বিগুনো সগুণ হয়। দ্বিতীয় নাম কীৰ্ত্তন কৰি কৰিলে চিত্ত শুদ্ধ, নিষ্কাম, মুমুক্ষু কৰায়ে। তৃতীয় নাম লৈয়া কৰ্ম্ম সব কৰিলে সবাকে শ্ৰেষ্ঠ কৰে। পৰমেশ্বৰৰ নাম কীৰ্ত্তনে কৰ্ম্ম সব শ্ৰেষ্ঠ হৈব তাক কি বুলিবো। এতেকে অতি প্ৰসিদ্ধ ভগৱন্তৰ নামসকল কৰ্ম্মৰ সদগুনৰ অৰ্থে কীৰ্ত্তন কৰোক।" এই তিনি বিধ নাম হৈছে ওঁ, তৎ,সৎ। গঙ্গাৰ শাল শিঙি ধৰাতকৈ বৌ বাহু ধৰিলেহে সকলোৱে ব্যৱহাৰ কৰিব পাৰে।



আৰু সেই শ্লোক আৰু তাৰ ভাঙনি ঘোষাটি সম্পৰ্কে কৰবৈলৈ হলে ৰত্নাৱলীত লেখিছে।—

চাৰিবেদ অষ্টাদশ স্মৃতি নিৰন্তৰ।
এহি দুই চক্ষু জানা ব্ৰাহ্মণ সবৰ॥
তাকে বুলি কনা যাৰ এক চক্ষু নাই।
দুইকো নজানিলে অন্ধ বুলি সমুদায়॥ ১৮৯॥

এতিয়া শ্ৰুতি শব্দে চাৰিবেদ, কিন্তু ঘোষাত আছে যে "চাৰিয়ো বেদৰ চাৰি অক্ষৰ, ব্ৰহ্মাদেৱে সাৰ কাঢ়ি আনি, দৈলা নাৰায়ণ ৰেকত কৰিধা বাণী"। এই নাৰায়ণ নাম বেদৰ সাৰ, বেদান্ত উপানষদৰ সাৰ, শিৰোৰত্নৰ মন্ত্ৰ যাক গীতা ভাগৱতে পৰমাত্মাৰ নাম বা পৰম ব্ৰহ্মৰ নাম বুলি কৈছে আৰু যেই নাম সেই হৰি ভাগৱতে কৈছে--সৰ্ব্বশ্ৰুতি শিৰোৰত্ন ভাগৱতাখ্যে হৰি নাম সিংহো বিৰাজতে। হৰি নামে সদাশিৱকো তাৰিলে অজামিলকো তাৰিলে অন্য কি কথা। শ্ৰুতিৰ আজ্ঞা বা বেদৰ বাণী অভ্ৰান্ত। কিন্তু স্মৃতিৰ আজ্ঞা সকল শ্ৰুতিৰ লগত নিমিলিলে গ্ৰাহ্য নহয় তাক ওপৰতে দেখাই অহা হৈছে কিয়নো নানা ঋষিৰ নানা মত। শ্ৰুতিৰ ফালে চালে দেখিব নামে তাৰিব পাৰে নে নোৱাৰে।

পুস্তিকা খনিত হৰি কীৰ্ত্তনীয়াসকলক বা তেনে হবলৈ উপদেশ দিয়া সকলক শ্লোক এটি আৰু ঘোষা এটি উদ্ধাৰ কৰি পাষণ্ড সাজিবলৈ প্ৰচেষ্টা কৰিছে কিন্তু দৰাচলতে পাষণ্ড কোন আৰু কোনে বেদ পথ পৰিহাৰ কৰিছে আৰু হৰি নামক ধ্বজ স্বৰূপে ব্যৱহাৰ কৰিছে তাক ভাবি চোৱা উচিত। বেদে

ব্ৰাহ্মণ ক্ষত্ৰিয়, বৈশ্যৰ হকে চাৰি আশ্ৰম, যেনে—ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ, বানপ্ৰস্থ আৰু সন্যাস বিহিছে আৰু ব্ৰাহ্মণৰ দহ সংস্কাৰ, ক্ষত্ৰিয়ৰ ছয় ইত্যাদি প্ৰথাৰে সংস্কাৰ বিহিছে। বিশেষকৈ ব্ৰাহ্মণসকলৰ বাবে বিধি আৰু নিষেধ স্পষ্ট ভাৱে বেদে বিধান কৰিছে। ইপিনে শাস্ত্ৰত লেখিছে—

পাষণ্ডেসে নিন্দে বেদৰ বাণী ॥
হৰিভকতক যিজনে হাসে। কুবুদ্ধি বেদৰ অৰ্থ বিনাশে ॥
কুবুদ্ধি বেদ অভিপ্ৰায় গুঢ়। কৰ্ম্মক কৰিবে নজানে মূঢ় ॥
মূৰ্খ হুয়া বোলে মই পণ্ডিত। নষ্ট কৰি কুৰে আনৰো চিত।

সাত্বত তন্ত্ৰৰ ৮ম পটলত লেখিছে —

বিষ্ণু ভক্তিং সমাসাদ্য পশুঘাটং সমাচৰণ।
কুৰ্ব্বন্ন্য দেৱতা পূজাং ভ্ৰষ্টো ভৱতি নিশ্চিতং ॥ অৰ্থাৎ যি বিষ্ণু ভক্ত হৈ পশু-ঘাট আৰু **অন্য দেৱতা পূজা কৰে** বা কৰায় সি ভ্ৰষ্ট হয়।

পঞ্চ ৰাত্ৰত লেখিছে—

গৃহনাভিভক্তো ভক্তান কৃষ্ণ মন্ত্ৰঞ্চ বৈষ্ণবাৎ অবৈষ্ণবাৎ গৃহীত্বাচ হৰি ভক্তি নবৰ্দ্ধতে ॥ ১২ ॥ চাণ্ডালাদপি পাপী সঃ শ্ৰীকৃষ্ণ বিমুখো নৰঃ। নিষ্ফলং তদ্ধৰ্ম্ম কৰ্ম্ম নাধিকাৰী চ কস্মনা ; ॥১৩॥

অৰ্থাৎ ভক্ত আৰু বৈষ্ণৱৰ পৰা ভক্তি আৰু কৃষ্ণ মন্ত্ৰ গ্ৰহণ কৰিব। অবৈষ্ণৱৰ পৰা ললে ভক্তি বৃদ্ধি নহয়। কৃষ্ণত বিমুখ লোক চাণ্ডালতকৈও অধম, তাৰ ধৰ্ম্ম কৰ্ম্মত অধিকাৰ নাই আৰু সকলো নিষ্ফল।

সেই দৰেই সৌৰ পুৰাণত লেখিছে যে যি বিলাকে বেদ মানো বুলি মুখেৰে কয় অথচ কাৰ্য্যত নামানে সেইবিলাক বৌদ্ধ, জৈন্য



কাপালিতকৈও অধম কিয়নো সেই বিলাকে স্পষ্টকৈ বেদ নামানো বুলি ঘোষণা কৰিছে।

বুৰঞ্জীৰ ফালৰ পৰা আলোচনা কৰিলে দেখা যায় যে শ্ৰীশ্ৰীশঙ্কৰদেৱৰ দিৱসত ব্ৰাহ্মণ জাতিৰ কিছুমানে বেদ বিধি পৰিহাৰ কৰি গোসাই বা ভকত হল, কিছুমানে বেদ বিধি পৰিহাৰ কৰি শূদ্ৰ জাতিৰ যাজক হল। প্ৰথম দলে ভোৰতাল, ডবা, ৰবকাহ আদিৰে নামৰ ধ্বনি ধ্বজা স্বৰূপে আকাশ লম্বা কৰি দাঙ্গি ধৰিলে আৰু বেদ মতে কোনো ধৰ্ম্ম বা কৰ্ম্মত অধিকাৰ নথকা শূদ্ৰ জাতিক শৰণ, ভজন, মালা, মন্ত্ৰ-তন্ত্ৰ মন্ত্ৰৰ যোগে সহযোগ কৰি নিজেও "আজ্ঞাছেদী দ্বেষী বা পাষণ্ড হল" আৰু সৰল মতি শূদ্ৰ জাতিকো তাকে কৰিলে। দ্বিতীয় যাজক জাতিয়েও সেই দৰেই বেদ মন্ত্ৰৰ আৰু কৰ্ম্মত অধিকাৰ নথকা শূদ্ৰ জাতিৰ পুৰুহিত হৈ শূদ্ৰৰ প্ৰেত কৰ্ম্মকে আদি কৰি দ্বিজাতিলৈ বিহা সকলো কৰ্ম্ম কৰাবলৈ আৰম্ভ কৰিলে। ব্ৰাহ্মণ পুৰুহিতে শূদ্ৰৰ কৰ্ম্মত শূদ্ৰ মৃতকলৈ উচ্ছৰ্গা দ্ৰব্যবস্তু, কাপোৰ কানি, কাহ, পিতল, ৰূপ, সোণ আদি গ্ৰহণ কৰি চহকি হবলৈ ধৰিলে; আনকি মৃতকৰ অৰ্থে উচ্ছৰ্গা কৰা থালিৰ চাউল খিনিকো মন্ত্ৰৰে অন্নত পৰিণত কৰি সামিষৰ অৰ্থে কিছু মূল্য আদায় কৰি, লৈ যোৱাত পৰিল। কাহ, পিতল টকা-কড়িৰ ভাগো গুৰু ঘৰলৈ যায়েই এই খিনিতে দুই দলৰ সন্ধি হল আৰু পুৰুহিতদলো তথৈবচ হল।

যি সকল শূদ্ৰ জাতীয় বুলি আজিয়ো পৰি গণিত হৈ আছে। সেই সকলৰ যি সকল শ্ৰীমন্ত শঙ্কৰদেৱৰ দিনৰ পৰা ক্ৰমান্বয়ে মহন্ত গোসাই হৈ আছে সেই সকলৰ পূৰ্ব্বীয়সকলে বেদ বিধিৰ আচল খিনি ৰক্ষা কৰি কৰ্ম্ম মাৰ্গ পৰিহাৰ কৰি একনিষ্ঠ ভাৱে

নাম ধৰ্ম্ম বস্তু আশ্ৰয় কৰি মহন্ত বা গোসাঁই হৈছিল। সেই সকলৰ অনুবৰ্ত্তী সকলে পূৰ্ব্বীয় সকলৰ সদাচাৰ বিলাকৰ ফালে পিঠি দি দেশে-বিদেশে ইচ্ছানুযায়ী আহাৰ বিহাৰ কৰি ফুৰি সাজ পাৰ চলন-ফিৰণ আদিও পৰিবৰ্ত্তণ কৰি আৰু শূদ্ৰৰো নিষিদ্ধ শ্ৰুতি স্মৃতিৰ কৰ্ম্মমাৰ্গত প্ৰবৃত্ত হৈ অনেকেই পূৰ্ব্বীয় সকলৰ প্ৰথা পৰিহাৰ কৰিছে কিন্তু ইপিনে গোসাঁই বা মহন্ত বুলি পৰিচয় দিবলৈ এৰা নাই। আজি প্ৰায় ৪০০ বছৰৰ আগতে লিখা ঘোষা কেইটি যেনে 'হৰি নাম ধ্বজ কৰি ...। মাধৱে বোলন্ত শ্ৰুতি স্মৃতি......।" আজিকালিৰ দশাহ অশৌচ পালন কৰি নাম কীৰ্ত্তনীয়া হোৱা বিলাকত প্ৰয়োগ কৰিবলৈ বুলি শ্ৰীমাধৱদেৱে লেখি থোৱা নাই। তেখেতৰ দিনতে কোনো কোনো অনুপযুক্ত লোক গুৰু হোৱাত তেখেতে অনুতাপ কৰি এনেকৈ লেখিছিল যে—

নজানে শাস্ত্ৰৰ লয় যেহি আসে তাকে কয়  
ছেদিবাক নপাৰে সংশয়।  
গুৰু বোলাই তথাপিতো ফুৰিয়া লোকৰ মাজে  
মান্য সতকাৰ থুজি লয়॥

সেই দৰেই হৰি নাম ধ্বজ কৰা আৰু উদাসিন হৈ বেদ পথ পৰিহাৰ কৰা গোসাঁই ভকত সকলৰ প্ৰাদুৰ্ভাৱ বেচি হোৱা দেখিহে তেখেতে তেনে কথা ঘোষাত বোধ হয় ঠাই দিব লগাত পৰিছিল।

এতিয়া সকলো কথা ভালকৈ আলোচনা কৰি চালে শ্ৰুতি স্মৃতি মানি চলা, বেদ পথ পৰিহাৰ নকৰি পাষণ্ড নোহোৱা লোক গোসাঁই মহন্ত সকলৰ ভিতৰতো বিৰল। মহাপুৰুষ সকলৰ শাস্ত্ৰৰ



সাৰ মৰ্ম্ম গ্ৰহণ কৰি সকলো ধৰ্ম্মৰ ৰজা নাম বস্তুত আশ্ৰয় কৰি হৰি কীৰ্ত্তনীয়া সকলে ব্ৰাহ্মণ জাতিৰ, গোসাঁই মহন্ত সকলৰ আৰু সমাজৰ হিত কামনা হে কৰিছে, তেওঁবিলাকৰ বিৰোধ আচৰণ কৰা নাই। যদি "সকলো ধৰ্ম্মৰ ওপৰে বসিয়া হৰি নাম প্ৰকাশয়" বৰ্ণাশ্ৰম ধৰ্ম্ম যত যাৰ যেনে বিধি আছে। তাৰ সে কেৱল অধিকাৰ॥ হৰিনাম কীৰ্ত্তনৰ নাহিকে নিয়ম একো। এতেকেসে ধৰ্ম্ম মাজে সাৰ॥ হৰি কীৰ্ত্তনীয়া সকল আজ্ঞা ছেদী, দ্বেষী পাষণ্ড কেতিয়াও হব নোৱাৰে বৰঞ্চ "দুই নাও দুই ভৰি" হোৱা সকলক হে সেই দোষে চুব পাৰে বুলি অনুভৱ হয়। চাৰিয়ো যুগত প্ৰবৰ্ত্তিত হোৱা ব্ৰাহ্মণৰ ১০ দিনীয়া আৰু শূদ্ৰৰ ৩০ দিনীয়া অশৌচ পালনৰ স্মৃতিৰ বচন ৪ দিনত ব্ৰাহ্মণে চতুৰ্থী কৰি শূদ্ৰই ১০ দিনত দহা কৰি মহা-সমাৰোহেৰে ৰাইজ চপাই অশৌচীয়াৰ ঘৰত অশৌচীয়াৰ বস্তু কেনেকৈ ঈশ্বৰক অৰ্পণ কৰে আৰু ব্ৰাহ্মণ, ভকতকে আদি কৰি সকলোৱে গ্ৰহণ কৰে তাক প্ৰভুসকলে স্মৃতিৰ বচন বা যুক্তিৰে বুজাই দিবনে?

পুস্তিকাৰ ১৮ পৃষ্ঠাত নতুন বিধান এখনি সমাজত সমৰ্থন কৰি লবলৈ নিৰ্দ্দেশ দিয়া আছে। সেই পুস্তিকাৰ প্ৰকাশকৰ নিবেদনলৈ মন কৰি চালে দেখিব যে ১৯৩৫ চনৰ আগৰে পৰা শ্ৰীশ্ৰীশঙ্কৰদেৱ সঙ্ঘবিলাকে নানা শাস্ত্ৰ সমালোচনা কৰি পণ্ডিত সকলৰ সমৰ্থনুযায়ী এই পথ অৱলম্বন কৰিছে। সেই পথ মনু পৰাশৰ স্মৃতিৰ ১২ অধ্যায়ৰ ১১১।১১২ বচনে সমৰ্থন কৰিছে। এতেকে আন সকলেও সেই পথ অৱলম্বন কৰা বাঞ্চনীয় শাস্ত্ৰতো আছে—

বেদৰ বিহিত যত, আছে ধৰ্ম্ম সংৰত, সবে হৰি নামৰ কিঙ্কৰ।

(হেন জানি) কুকথা পাষণ্ড, সংবাদ বিবাদ, পৰ্ব্বত অতি নিষ্ঠুৰ।
ৰাম কৃষ্ণ নাম বজ্রক প্রহাৰি, কৰা তাক মষিমূৰ॥ বেদত
যদিও ৪টা জাতি নিৰূপণ কৰিছে ২টা জাতিয়েহে প্রধান্য লাভ
কৰিছিল—ব্রাহ্মণ আৰু ক্ষত্রিয়। ক্ষত্রিয়সকলে ৰাজ্য জয় কৰি
ধন-সোন গোটাই, যজ্ঞ কৰে ব্রাহ্মণসকলে পুৰোহিত হৈ দান-
দক্ষিণা গ্রহণ কৰে। পৰাক্রমী বৈশ্য আৰু শূদ্র সকলো ক্ষত্রিয়
বুলি পৰিগণিত হয় আৰু তেওঁবিলাকেও ক্ষত্রিয়ৰ দৰে ৰজা হৈ
যাগ-যজ্ঞ কৰায়। ক্ষত্রিয়বিলাকে কৰা বেদৰ উপনিষদ ব্রাহ্মণ
সকলে গ্রহণ কৰিছে। এই সম্বন্ধে আলোচনা পূৰ্ব্বে বাঁহি আৰু
প্রদীপিকাত সুন্দৰৰূপে হৈ গৈছে। সেই দৰেই শঙ্কৰী যুগত মহা-
পুৰুষসকলে অসমত দুটা জাতি মাত্র গঠন কৰিছিল—গুৰু আৰু
ভকত। লোকসকল জাতি-বৰ্ণনিৰ্ব্বিশেষে মহাপুৰুষৰ পদ্ধতি মতে
প্রথমে শৰণীয়া হৈ ভকত জাতিত অন্তৰভুক্ত হয়, পাচত গুনানু-
সাৰে গুৰু শ্রেণীলৈ উঠে। সেই সময়ত এই পদ্ধতি লৈ মহা মহা
পণ্ডিতৰ লগত চাৰিওফালে ৰজা ঘৰে, প্রজাঘৰে গোচৰ তৰ্ক বাদ
আদি হৈছিল পণ্ডিত সকলে বেদাদি বৈষ্ণৱ শাস্ত্রৰ যুক্তি অনুমোদন
কৰিবলৈ বাধ্য হোৱাত প্রজাই মহাপুৰুষৰ পদ্ধতি মতে দুটি জাত
গ্রহণ কৰি গোসাই বা মহন্ত আৰু ভকত হৈ অমৰত্ব লভি মূল মন্ত্র
ৰাম কৃষ্ণ আদি নামেৰে সমাজ, ধৰ্ম্ম আদি স্থাপন কৰি গোটেই
অসম উজ্জ্বলিত কৰিলে। আজি সেই **মহাপুৰুষসকলৰ** স্থাপিত
নাম ধৰ্ম্ম বস্তু প্রকাশক আৰু প্রচাৰক সত্র সমূহৰ সৰাকী গোসাই
মহন্ত আৰু ভকতসকলে যেনে ভাৱে পালন কৰিবলৈ ধৰিছে
ভাবিলে দুখ লাগে। চাৰি সত্রীয়া প্রভু সকলৰ ভিতৰতে এগৰাকীয়ে
পূৰ্ব্ব গুৰু সকলৰ প্রথামতে লোক সমাজত নাম ধৰ্ম্ম বস্তুৰ বহুল



প্রচাৰৰ অৰ্থে যত্ন কৰিব লাগিছে। ইপিনে আন এগৰাকীয়ে নাম-
ধৰ্ম্ম বস্তুৰ অসাৰতা প্রমাণ কৰিবৰ অভিপ্রায়ে লোক সমাজত
প্রচাৰকাৰ্য্য আৰম্ভ কৰিছে। তাৰ দ্বাৰাই পূৰ্ব্বৰ গুৰু সকলৰ
গুৰুত্ব, শৰণ ধৰ্ম্মৰ শক্তিৰ লঘুত্ব আৰু গীতা ভাগৱত আদি শাস্ত্রৰ
অৱমাননা সাধিত হৈছে।

"প্রধানক ৰক্ষা কৰিবলৈ কিছুমান অপ্রধানৰ নিতান্ত আৱশ্যক"।
এই যুক্তিত কি বুজিব পাৰি? নাম ধৰ্ম্ম বস্তু জলন্ত সূৰ্য্য,
স্বপ্রকাশ। স্বপ্রকাশক ৰক্ষা কৰিবলৈ কি অপ্রধানৰ আৱশ্যক
বুজা কঠিন। নিজে নাচাও বুলি চকু মুদি নিজৰ পৰা সূৰ্য্যক
ঢাকিলে জগতলৈ সূৰ্য্য ঢাক নাখায়। জলন্ত প্রদীপক চাবলৈ
অজ্বলন্ত প্রদীপ নেলাগে।

শ্রীমন্ত শঙ্কৰদেৱে তান্ত্রিক মত খণ্ডন কৰি বৈষ্ণৱ ধৰ্ম্ম প্রচাৰ
কৰা আৰু তেখেত যে এজন মহাপুৰুষ, বুলি অভিমত লিখা প্রভুয়ে
স্বীকাৰ কৰিছে কিন্তু কি যুক্তি বা কোন বৈষ্ণৱ শাস্ত্রৰ সাৰ ভাগৰ
অনুমোদনৰ ওপৰত নিৰ্ভৰ কৰি বৰ্ত্তমানত প্রচলিত দহা কাজৰ বিধিৰে
তেখেতৰ তিলনি দহা আদি কৰ্ম্মত দুজন কুকুৰ, দুটা কাউৰী,
শ্মশানবাসী শঙ্কৰ বীৰভদ্র, ভূত-প্রেত দাইনী, যোগিনী, দুৰ্গা ভদ্রা
কালী, গছ, নৈ, বিল আদি পূজা কৰি কুসুম্বৰ দাসৰ পুত্র শঙ্কৰ
দাসৰ প্রেত ক্রিয়া কোন পুৰুহিতে মাধৱ দাসৰ তত্ত্বাৱধানত
কৰালে তাক প্রভুয়ে উল্লেখ নকৰিলে। যি খনি চৰিত্র পুথিৰ কথা
নামকীৰ্ত্তনীয়া সকললৈ অস্ত্রস্বৰূপ প্রয়োগ কৰিছে সেই চৰিত্রতে
গোস্বামীপ্রভুৰ উপৰি গুৰুসকল, ৰামৰামগুৰু, গোসাই দামোদৰ,
হৰিগুৰু, ভাস্কৰগুৰু, গোপালদেৱ প্রমুখ্যে প্রভুৰ মতে মাহেকীয়া
অশৌচ পালন কৰা শূদ্রীৰ ৺শঙ্কৰদেৱতে শৰণ, ভজন, মালামন্ত্র লৈ

গোসাই হৈ গোস্বামীপ্রভুসকলক শীৰোমনি পাতি থৈ গৈছে, সেই ফেৰিকথা অৱতাৰনা কৰাহলে অস্ত্ৰৰ পৰিৱৰ্ত্তে মালা বুলি গ্ৰহণ কৰিব পৰা হলহেতেন।

শ্ৰীশ্ৰীদামোদৰ দেৱৰ চৰিত্ৰত বাৰ নাৰায়ণে তেখেতৰ বছেৰে-কীয়াৰৈ "মংস পশু ছাগ" পৰ্য্যন্ত যোগাৰ দিয়া কথা উল্লেখ আছে। সেই বিলাক ভকতে ব্যৱহাৰ কৰে বুলি জানিহে বীৰ নাৰায়ণে পঠাইছিল। কিন্তু সেই কথাৰপৰা পাঠকে বুজিব লাগিব নে যে তেখেতৰ উত্তৰাধিকাৰী বলোদেৱ বা ভট্টদেৱে ছাগলী মাৰি শ্ৰীশ্ৰীদামোদৰ দেৱৰ বছেৰেকীয়া ভোজ দিছিল।

কৰ্ম্মৰ কথা ভাগৱতৰ ৩য় স্কন্ধত বৰ্ণোৱা আছে। ব্ৰহ্মাৰ কথা— যি সব পামৰে এৰি শ্ৰৱন-কীৰ্ত্তন। সকাম কৰ্ম্মক মাত্ৰ কৰয় যতন॥ সি সবক দৈৱে তাৰে বঞ্চিলেক আতি। মহা মন্দমতি আতি ভৈল আত্মাঘাতি॥ এহি হৰি নাম মাত্ৰ, কলিত থাকিবে ধৰ্ম্ম, আন ধৰ্ম্ম সবে যাইবে তল॥ আবে শুনা যেন গতি সকাম কৰ্ম্মৰ। গৃহাশ্ৰম ধৰ্ম্মে স্থিত ভয়া যিটো নৰ॥ বেদৰ পুষ্পিত বাক্য শুনি মনোহৰ। মনত কৌতুকে দ্ৰব্য জোৰাৱে বিস্তৰ॥ আৰম্ভয় যজ্ঞ পাছে নানা পশুমাৰি। দেৱ পিতৃগণক পুজয় অহঙ্কাৰী॥ অচ্যুতৰ কথা এৰি কুকথা শুনয়। যেহেন শুকৰে ৰঙ্গে বিষ্ঠাক ভুঞ্জয়॥

কথা গীতাৰ ১৮ অধ্যায়ত ভট্টদেৱে লেখিছে—কৃষ্ণৰ কথা— হে অৰ্জ্জুন, তুমি মোত চিত্ত দিয়া, মোৰ ভক্ত হৱা, মোক পূজা কৰা, মোকে নমস্কাৰ কৰা।......এতেকে সত্য কৰি মই প্ৰতিজ্ঞা কৰো তুমি মোক লাভ কৰিবা। তাতো কৰি গুহ্য কহন্ত। ভক্তিতে সবে হয় মানি দৃঢ় বিশ্বাসে বিধিৰ কিঙ্কৰ ধৰ্ম্মক এৰি মোত এক শৰণ হৱাঁ। এমন হুয়া কৰ্ম্মত্যাগ



নিমিত্ত পাপ হৈব বুলি শোক নকৰিবা; যাতো মোৰ এক শৰণ পৰ তোমাক মই সকল পাপহন্তে মোক্ষ কৰাইম।

এয়ে শ্ৰীকৃষ্ণ দেৱৰ বাক্য, এয়ে শৰণৰ মূল, এই মূলেই শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ শৰণ আৰু অসমৰ প্ৰভুসকলৰ মূলমন্ত্ৰ।

শেষত প্ৰভুৱে ইচ্ছা প্ৰকাশ কৰিছে সমাজৰ হিতাকাঙ্খী আৰু সুধীবৃন্দই যেন পিতৃ পিতামহাদিয়ে আৰু পূৰ্ব্বীয় সন্ত-সাধু সকলৰ দ্বাৰা প্ৰবৰ্ত্তিত আৰু আচৰিত ধৰ্ম্মাচাৰ বিলাক সদা সৰ্ব্বদায় চলাই থাকে॥ এই খিনিতে প্ৰভুৱে কোন সকল পিতৃ পিতামহ আৰু কোন সকল সন্ত-সাধুৱে প্ৰবৰ্ত্তন আৰু আচৰণ কৰা ধৰ্ম্মাচাৰ লৈ আঙুলিয়াইছে তাক স্পষ্টকৈ কৈ দিয়া হেতেন ৰাইজে তত পালেহেতেন। অসমৰ বৈষ্ণৱ যুগ প্ৰবৰ্ত্তক সকলৰ শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ পিতৃ ৺কুসুম্বৰ ভূঞা, শ্ৰীশ্ৰীদামোদৰ দেৱৰ পিতৃ ৺সত্যানন্দ দ্বিজ, শ্ৰীশ্ৰীগোপাল দেৱৰ পিতৃ ৺বলদেৱ আচাৰ্য্য, শ্ৰীশ্ৰীগোপাল আতাৰ পিতৃ ৺কামেশ্বৰ ভূঞা. শ্ৰীশ্ৰীমাধৱদেৱৰ পিতৃ ৺গোবিন্দ গিৰি। এতিয়া বৈষ্ণৱ যুগ প্ৰবৰ্ত্তক সকলৰ আচাৰ ধৰ্ম্ম প্ৰজাই মানিব লাগিবনে, নাই, তেখেতসকলৰ পিতৃ পিতামহ সকলৰ? নাইবা গদাধৰ সিংহৰ দিনত খেদা খাই পৰ্ব্বতে জঙ্ঘলে থাকি শিৱ সিংহৰ দিনত ওলাই আহি থান সত্ৰ পাতি গোসাই-মহন্ত হোৱা সন্তসকলৰ, নাইবা ফুলেশ্বৰীৰ দিনত ৰাজ আজ্ঞা পালন কৰি মৰাগাপৰ নিচিনাকৈ থাকি পিচত থন ধৰা সন্ত মহন্ত সকলৰ, নাইবা তাতোকৈ পিচৰ হাতত পঞ্জিকা লৈ পশ্চিমৰ পৰা অহা ব্ৰাহ্মণ পণ্ডিত সকলৰ মত অৱলম্বন কৰি ধৰ্ম্মত প্ৰবৰ্ত্তন কৰা অসমৰ সন্ত-মহন্ত সকলৰ। এই বিলাকৰ ভিতৰত প্ৰভুৱে কোনটো সমৰ্থন কৰিছে স্পষ্টকৈ কলে ভাল হয়।

শ্ৰাদ্ধ বিধি কৰিবলৈ হলে দৈনিক পঞ্জিকা এখনৰ নিতান্ত আৱশ্যক। বঙ্গাল দেশৰ পঞ্জিকা অসমত প্ৰচাৰ হোৱাৰ আগতে অসমত তেনে পঞ্জিকা থকাৰ সন্দেহ পোৱা নাই। তাৰ বাহিৰেও সটগনীকৈ কিতাপ আদি প্ৰচাৰ কৰিব পৰা ছাপাখানা আৰিস্কাৰ হোৱাও আজি দুশ বছৰেই হোৱা নাই। তেনে স্থলত সতানন্দ দ্বিজৰ দিনৰ পৰা বঙ্গালী পঞ্জিকা অসমত সোমোৱাৰ দিকে বৈদিক কৰ্ম্ম বিলাক অসমত কেনেকৈ চলিছিল তাক প্ৰভুৱে ভালকৈ বুজাই দিব বুলি অনুৰোধ জনালোঁ। তাৰ লগে লগে আগৰ দিনৰ অসমীয়া দৈনিক পঞ্জিকা এখন বাইজৰ আগত ডাঙি ধৰিলে বাইজৰ সংশয় দূৰ হয়।

পূৰ্ব্বতে কোৱা হৈছে যে বৈষ্ণৱ যুগ প্ৰবৰ্ত্তক সকলৰ দিনৰ পৰা অসমৰ প্ৰজা দুটা জাতত পৰিণত হৈছিল—এটি ভকত, আনটি শৰণ ধৰ্ম্ম গুৰু বা গোসাই। যেতিয়াৰ পৰা লোক সমাজত শৰণ ধৰ্ম্ম প্ৰচলিত হল নাম কীৰ্ত্তন ভাৱনা সবাহ আদি কোনো গাওঁ কোনো সত্ৰতে বাদ নপৰা হল; গুৰুসকলে আচুতীয়া আসন গ্ৰহণ কৰে আৰু ভকত সকল সটলনী হৈ বহে। তাৰ পিচত ক্ৰমান্বয়ে গুৰুৰ ভিতৰত বামুনীয়া, শূদিৰীয়া, কোন কোন সংহতি, ভকতৰ ভিতৰত জাত বিচাৰ, সংহতি বিচাৰ আদি হবলৈ ধৰিলে। যি ধৰ্ম্মই এসময়ত পা পৰাচিত্ত নকৰাকৈ গাৰো, ভোট যৱন আদিকো সামৰিব পাৰিছিল সেই ধৰ্ম্ম আজি কিহত পৰিণত হৈছে তাক সকলোৱেই লক্ষ্য কৰিছে।

এতিয়া প্ৰভুয়ে যি ধৰ্ম্মৰ কৰ্ম্ম বিলাক কৰিলেও চুৰা হয়, যি কৰ্ম্মত ভূত প্ৰেত দাইনী যখিনী আদিৰ পূজা হয় তাকে নৃসিংহ গোসাই, কৃষ্ণ গোসাইৰ হতুৱাই প্ৰজ্বলিত কৰি আৰু তাকে সন্ত প্ৰবৰ্ত্তিত ধৰ্ম্ম বুলি দেশবাসীক আচৰণ কৰিবলৈ আহ্বান কৰি নাম জুমুৰাৰ খুজিছেনে ?

---



## প্ৰকাশকলৈ নিবেদন।

প্ৰভু, আপোনাক নো কি জনাম; কলেও জানন্তা, নকলেও জানন্তা। যি জন শ্ৰীশ্ৰীগোপাল আতা যাক মহাপুৰুষ মাধৱদেৱে সোঁ হাত বুলিছিল, পূৰ্ণ গোপাল বুলিছিল, শ্ৰীশ্ৰীপদ্ম আতাকো তেখেতৰ ওচৰলৈ গৈ ভক্তি উপদেশ লবলৈ পঠাইছিল, যি জনৰ প্ৰভাৱত অসমৰ নাতিয়ে কাবৰে পৰ্ব্বতে ভৈয়ামে মহাপুৰুষৰ ধৰ্ম্ম প্ৰচাৰ হৈছিল আৰু আজিও হৈছে, তেনেজন পুৰুষক কাল সংহতিৰ প্ৰবৰ্ত্তক পাতি তেখেতৰ প্ৰবৰ্ত্তিত ধৰ্ম্মক স্বকীয়া ধৰ্ম্ম এটা সাজি পেলাইছে। আন কোনোৱে পাতিছে যে পাতিছেই, সাহিত্য সভাৰ সম্পাদক ৺শৰৎ চন্দ্ৰ গোস্বামীৰ দ্বাৰা প্ৰকাশিত শ্ৰীশ্ৰীদামোদৰ দেৱৰ চৰিত্ৰৰ পাতনিৰ ১২ আৰু ৪০ পৃষ্ঠাতো তাৰ উল্লেখ আছে। সেই কিতাপৰ প্ৰতিবাদ আনে নহয় "নিমিত্ত মাত্ৰ শঙ্কৰ সঙ্ঘ"ই হে কৰিলে। তাৰ বাহিৰেও আপোনাৰ দৃষ্টি তলত দিয়া পুস্তিকা আৰু প্ৰবন্ধলৈ আকৰ্ষণ কৰা হল—

(১) ১৮৬২ শকৰ ৩য় বছৰ ১০শ সংখ্যা জয়ন্তিত প্ৰকাশ হোৱা ৪০০ বছৰীয়া সাহিত্যিক পৰিয়াল শীৰ্ষক প্ৰবন্ধটি।

(২) নগাওঁৰ দিচিং সত্ৰৰ সদৌ স্বৰ্ণ বণিক সম্প্ৰদায়ৰ সমূহ ৰাইজলৈ বিনীত নিবেদন।

(৩) ১৮৩৪ শকৰ ফাগুনৰ ৪ৰ্থ বছৰৰ ৪ৰ্থ সংখ্যা বাঁহীৰ শ্ৰীযদুমণি দেৱ বা বৰ আতা শীৰ্ষক প্ৰবন্ধ। তেখেতে পাল নামৰ বোৱা আৰু মৃদঙ্গ বাজনা অনা সম্বন্ধে।

(৪) ৪ৰ্থ বছৰ ৪ৰ্থ সংখ্যা বাঁহীৰ কলাকটা সত্ৰ শীৰ্ষক প্ৰবন্ধ। তাত আছে আমি মহাপুৰুষ মাধৱ দেৱৰ স্থাপিত মহন্ত. এতেকে আমাৰ পুৰুষ সংহতি। শ্ৰীশ্ৰীগোপাল আতাৰ বংশ পৰিচয় দি নাতি হিচাবে কলাকটা সত্ৰৰ অধিকাৰ ৺যোগেশ্বৰ মহন্তই কোৱা।

এই বিলাক কথাই আমাক বেমেজালি লগাইছে, আপুনি তাৰ স্থিৰ সিদ্ধান্ত এটা কৰিব। "নিমিত্ত মাত্ৰ" নগাওঁত জন্ম গ্ৰহণ কৰা শঙ্কৰদেৱ সত্ত্ব "বিয়াগোম" হে। এই সত্ত্বৰ ওচৰত আপোনাৰ বংশধৰ দোৱা শৰণ লিখক শ্ৰীধৰ্ম্মকান্ত গোস্বামীয়ে জীৱন মৰণ পণ কৰি অনশন কৰিব লগাত পৰিছিল। উক্ত গোস্বামী দেৱৰ ১।২।৩ প্ৰস্তাৱ কিটাবৈলেকো আপোনাৰ দৃষ্টি আকৰ্ষণ কৰা হল। (অসম সত্ৰ সত্ত্বৰ স্বৰূপ পুস্তিকা ৯৩।৯৪ পৃষ্ঠা)।

শ্ৰীশ্ৰীযুক্ত গড়মূৰীয়া অধিকাৰে ৪৯০।৯১ শকাব্দৰ শুৱালকুচী অভিভাষণত ব্ৰাহ্মণ জাতিক পৰিত্যাগ কৰিবলৈ কোৱা কথা অনুতাপ কৰা কথাহে। তেখেতৰ জাতীয় লোকসকলে ধৰ্ম্মৰ ফালে আওকাণ কৰাত সমাজ আওবাটে যোৱা দেখিহে তেখেতে তেনে কথা কব লগাত পৰিছিল। আজি ৪।৫ শ বছৰৰ আগতে ব্ৰাহ্মণ অনন্ত কন্দলীয়ে দশম স্কন্ধ ভাগৱতৰ উপদেশত কি কৈছে শুনক।

শাস্ত্ৰ মাত্ৰ পঢ়ে মানে বোলাৱে পণ্ডিত। ৰাত্ৰি দিনে চাৰে তৰি ভকতি খণ্ডিত॥ আন সব কাৰ্য্যৰ নকৰে কিছু শুদ্ধি। মাধৱক নিন্দি আতি হত হৱে বুদ্ধি॥ ধন জন মান্যকেহে লাগি শাস্ত্ৰ পঢ়ে। যিটো মূলধন তাক সবে পৰিহৰে॥ দ্বিজ জাতি হুয়া যেৱে



নকৰে ভকতি। চাণ্ডালতো কৰিয়া সেহিসে আত্মাঘাতি॥ হেন কথা শুনি এভো নিন্দে কোন কাজে। হাণ্ডি বান্ধি গলত মাৰোক গৈয়া লাজে॥ জীৱন্ততে মৰা যেন নাহিকে চেতন। কৃষ্ণক এৰিয়া আন বস্তুক যতন॥ মইনা ভাটৌয়ে যেন ভষাৱয় শাস্ত্ৰ। যুগুতি বোলন্তে খঙ্গে গালি পাৱে মাত্ৰ॥ হেন ব্ৰাহ্মণত কিছু নুপুছিবা বোধ। গালি পাৰিলেও তাক নকৰিবা ক্ৰোধ॥ আপোনাৰ দোষে নষ্ট হৈবন্ত আপুনি। মৰাক মাৰয় আক দেখি আছো কোনি॥ অনন্ত কন্দলি কহে মাধৱৰ দাস। কৃষ্ণৰ চৰণে মাত্ৰ কৰিয়ো বিশ্বাস॥

শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰে দেশৰ হকে, সমাজৰ হকে, ধৰ্ম্মৰ হকে যি কৰ্ত্তব্যই দেখা দিয়ে তাত তেখেতে জান প্ৰাণ দি লাগে; তাৰ্ত তেখেতৰ কোনো স্বাৰ্থ নাই। শাস্ত্ৰৰ বচন "সন্তৰ হেনসে হিয়া, আপোনাৰ প্ৰাণ দিয়া, পৰকেসে কৰে উপকাৰ।" তেখেতে পালন কৰিবলৈ যথাসাধ্য যত্ন কৰে। তেখেতে গাঁৱে ভূঁৱে সভা সমিতি পাতি প্ৰকৃত শাস্ত্ৰৰ মত বুজাবলৈ চেষ্টা কৰাত আনে ভয় খাবৰ কোনো কাৰণ নাই। যদি কোনোবাই কাৰোবাক মিছা প্ৰবঞ্চনা কৰি থৈছে বা কৰিবলৈ আগ বাঢ়িব খুজিছে তেওঁবিলাকে ভয় কৰা স্বাভাৱিক। তেখেতৰ অন্যান্য কামৰ উল্লেখ ওপৰত কৰি অহা হৈছে।

যি শূদ্ৰ জাতিক স্মৃতি শাস্ত্ৰ বিলাকে ৪ৰ্থ জাতি (৫ম জাতি নাই) কৰি দ্বিজ সেৱাই তেওঁবিলাকৰ এক মাত্ৰ ধৰ্ম্ম নিৰ্দ্ধাৰণ কৰি থৈছে সেই শূদ্ৰ জাতিৰ ভিতৰৰ পৰা মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ অৱতাৰ হৈ ব্ৰাহ্মণাদি চাৰিও জাতিৰ গুৰু হৈ শূদ্ৰৰ শূদ্ৰত্ব দূৰ কৰি গোসাই পাতি জীৱ তৰণৰ ভাৰ দিলে। পুনৰ সেই গোসাই জাতিয়ে

স্মৃতি শাস্ত্ৰই ধাৰ্য্য কৰি দিয়া বৰ্ণটো এৰিব নোৱাৰাত তেখেত সকলক সাধাৰণ লোকেই খেছ শূদিৰ বুলিব লাগিছে। তেনেস্থলত শ্ৰীশ্ৰীগড়মূৰীয়া গোসায়ে তেনে বুলিছিল যদিও তাত বিষাদ কৰা বা আচৰিত হোৱা কোনো কাৰণ দেখা নাযায়। তেখেতৰ নিস্বাৰ্থিক মত বেকাকৈ সকলো গোসাই মহন্তই মানি লোৱা দেখা গৈছে। দেশৰ কাৰণে যুজ কৰি ৰাজদণ্ডত ফাটেক খটা লোক প্ৰায়শ্চিত্ত হ'ব লাগে বুলি শ্ৰীশ্ৰীদক্ষিণ পটীয়া সত্ৰাধিকাৰে ১৮৪৫ শকত যি পুস্তিকা প্ৰকাশ কৰিলে কিমানক গুৰুৱে বা সমাজে পৰাছিত কৰাব পাৰিলে নাইবা তেওঁবিলাকক সমাজচ্যুত কৰাব পাৰিলে? গড়মূৰৰ মত হে সমাজত ৰৈ গল।

শ্ৰুতি স্মৃতি শাস্ত্ৰ বিনাকে অশৌচ নিয়ামক কৰি চাৰিটি বৰ্ণ বা জাতি সাজি দিছে আৰু লগে লগে শূদ্ৰ জাতিটিক কৰ্ম্মৰ বা বেদৰ ওচৰ সীমালৈকো যাব দিয়া নাই। ১৮৬১ শকৰ ৯ পুহত ৺দক্ষিণ-পটীয়া গোসাইৰ প্ৰকাশিত সমালোচনাত এবিধ ন্যায়বৰ্ত্তী শূদ্ৰৰ অশৌচ ১৫ দিন আৰু অন্যান্য অৰ্থাৎ অন্যায়বৰ্ত্তী শূদ্ৰৰ অশৌচ পালন ৩০ দিন হব বুলি প্ৰচাৰ কৰিছে। পিচে ৩০ দিনীয়া অশৌচ পালন কৰা মহন্তসকল ওপৰোক্ত সমালোচনাৰ মতেনো কোন বিধৰ? তৈলপানী প্ৰভুৱে নিজে প্ৰকাশ কৰা পুস্তিকা সমালোচনা কৰি চালে দেখিব মাহেকীয়া অশৌচ পালন কৰা লোকসকল কেনেকুৱা অৰ্থাৎ শূদ্ৰ জাতিটো কিম্ভূত কিমাকাৰ। যি মনুৰ বচন উদ্ধৃত কৰি শূদ্ৰ জাতিৰ অশৌচ বিধান কৰিছে সেই মনুৱে ১০ম অধ্যায় ১২২ ৰ পৰা ১২৬ বচন কেইটাত শূদ্ৰ জাতিক ক'ত থৈছে তাক এবাৰ প্ৰভুৱে চাব। তাৰ মৰ্ম্ম এয়ে নহয় নে যে শূদ্ৰই স্বৰ্গ লাভৰ অৰ্থে ব্ৰাহ্মণৰ সেৱা কৰিব।



ব্ৰাহ্মণ সেৱক হোৱাটোৱেই শূদ্ৰৰ বিশিষ্ট কৰ্ম্ম। ব্ৰাহ্মণে শূদ্ৰক খাবলৈ, খাই এৰা ভাত. পিন্ধিবলৈ ফটা কাপোৰ আৰু শুবলৈ ভগা-ছিগা শয্যা দিব আৰু ভিক্ষা দিলেও কুলাৰ আগৰ ধান চাউল দিব। শূদ্ৰৰ পাতেকো নাই সংস্কাৰো নাই ধৰ্ম্মতো অধিকাৰ নাই ইত্যাদি। পৰাশেও শূদ্ৰৰ এক মাত্ৰ ধৰ্ম্ম দ্বিজ সেৱা বুলি কৈছে। এতিয়া ভাবিব লগা কথা আউনী-আটীয় প্ৰভুৰ পুস্তিকাত মনু প্ৰমুখ্যে যি ১৫।১৬ জন স্মৃতি কাৰকৰ বচনৰ ব্যাখ্যা দিলে সেই ব্যাখ্যা মতে মাহেকীয়া অশৌচ পালন কৰা শূদ্ৰ মহন্তসকল শাস্ত্ৰ অনুমোদিত ধন্য শূদ্ৰ. কিয়নো তেওঁবিলাকে স্বধৰ্ম্ম পৰিত্যাগ কৰি ন্যায়বৰ্ত্তী শূদ্ৰত পৰিণত হবলৈকো আগ বঢ়া নাই অৰ্থাৎ শূদ্ৰ হৈ শূদ্ৰত্বকে আজিও আকোৱালি ধৰি আছে। অৰ্থাৎ খাচ বা খেছ শূদ্ৰ হৈয়ে আছে। নাৰায়ণক নেৰায়ণ নাওৰাক নেওৰা বোলা প্ৰায় অসমীয়াৰ অভ্যাস পুস্তিকা খনি প্ৰকাশ কৰি মহন্তদেৱে শ্ৰীশ্ৰীশঙ্কৰ দেৱকো সেই শ্ৰেণীতে পেলাবলৈ প্ৰয়াস বাদ দিয়া নাই।

৪৯৮ শঙ্কৰাব্দত শুৱালকুচীৰ মহাপুৰুষৰ জন্মোৎসৱৰ সভাপতি শ্ৰীশ্ৰীকমলাবাৰী সত্ৰাধিকাৰৰ অভিভাষণত লেখিছে— "নামধৰ্ম্মত জাতি ভেদ নাই সচা কিন্তু শ্ৰীযুত মোহন চন্দ্ৰ মহন্ত উকীল দেৱে কোৱাৰ দৰে 'খাম ধৰ্ম্ম" অৰ্থাৎ নামৰ প্ৰসাদ বা খোৱা পিয়া ধৰ্ম্মত জাত কুলৰ বিচাৰ আছে।" মহন্ত দেৱক সুধিব পাৰিনে যে এই "খাম ধৰ্ম্ম"টি শ্ৰীশ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, গোপাল আতা আদি পুৰুষসকলে পিচত আপোনালৈ গলেনে কি? মহাপুৰুষৰ দিনত কীৰ্ত্তন ঘৰত সদায় প্ৰসাদ দিয়া হয়। চাণ্ডসাইক প্ৰসাদ দিওঁতে 'নামঘৰ নোসোমাবা' বা খাওঁতে 'চাণ্ডসাই বাহিৰলৈ যোৱা

আমি প্ৰসাদ খাওঁ' এনে বুলি কোৱা কোনোবাই ভাবিব পাৰিবনে ? হৰি নামৰ প্ৰসাদৰ মাহাত্ম্য ব্ৰহ্ম পুৰাণত লিখিছে। কীৰ্ত্তনৰ ওৰেৰ। বৰ্ণনতো আছে, চাব যেন।

ত্ৰেতা যুগত যে'তিয়া শ্ৰুতি স্মৃতি বলবত আছিল তেতিয়া তপস্যা কৰা অপৰাধত ব্ৰাহ্মণ সকলে শূদ্ৰ ৰজা এজনক ৰামচন্দ্ৰৰ হতুৱাই বধ কৰালে। এতিয়াও ভাৰতে স্বাধীনতা পাইছে যেতিয়া পাৰে যদি শ্ৰুতি স্মৃতি পুনৰ বলবৎ কৰিবলৈ পুলিচ বা সৈন্য লগাই দশাহ অশৌচ পালন কৰা আৰু কেৱল নাম কীৰ্ত্তনৰ দ্বাৰাই শ্ৰাদ্ধাদি সম্পন্ন কৰা শূদ্ৰিৰ বিলাকক ধ্বংশ কৰাওক। তেওঁবিলাকে তাকৈ ভয় কৰা নাই। তেওঁবিলাকৰ শাস্ত্ৰ, নিষ্ঠা আৰু ধৰ্ম্ম-কৰ্ম্ম হৈছে—

এক খানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকী নন্দনে কৈলা যাক
দেৱো এক মাত্ৰ দৈৱকী দেবীৰ সুত।
দৈৱকী পুত্ৰৰ পদ সেৱা কৰ্ম্ম এহি মানে মাত্ৰ জানা
মন্ত্ৰো একমাত্ৰ তান নাম অদভূত ॥

তেওঁবিলাকে শ্ৰুতি স্মৃতিৰ বাক্য উলঙ্ঘা নকৰি অৰ্থাৎ শূদ্ৰৰ কোনো ধৰ্ম্ম কৰ্ম্মত অধিকাৰ নাই এই কথা মানি ধৰ্ম্মৰ শিৰোমণি **'নামবস্তুত'** আশ্ৰয় ক'ৰছে—সিদ্ধি অসিদ্ধি সেই পৰমপুৰুষৰ ওচৰত কিন্তু ইফালে দেখা গৈছে ব্ৰাহ্মণ জাতিয়ে শ্ৰুতি স্মৃতি পৰিত্যাগ কৰি লোভবশতঃ শূদ্ৰ জাতিক নিঃশেষ কৰ্ম্ম কৰাই নিজেও অখণ্ড পাপত পৰিছে আৰু শূদ্ৰ জাতিকো পেলাইছে। শূদ্ৰ জাতীয় মহন্তসকলেও ভালকৈ ভাবি নাচাই. শাস্ত্ৰ বিচাৰ নকৰি নাম ধৰ্ম্ম বস্তুৰ অসাৰতা প্ৰতিপন্ন কৰিবৰ অভিপ্ৰায়ে বিসংম্বাদি পুস্তিকাদি প্ৰচাৰ আৰু প্ৰকাশ কৰি শিষ্য সমাজত চাঞ্চল্যৰ সৃষ্টি কৰিবলৈ



আগ বাঢ়িছে আৰু নিজেও দোষত পৰিছে। সত্য বস্তু নাম ধৰ্ম্মক শুদ্ধ স্বৰূপে প্ৰকাশ কৰি শিষ্য প্ৰশিষ্য সকলোকে ধৰ্ম্ম জগতত উন্নতি কৰিবলৈ উদগণি দিয়া জনক আন্দোলনকাৰী আৰু বাইজক দোধোৰ মোধোৰত পেলোৱাৰ ওজা পাতিছে কিন্তু কোনে চেপাৰ মুৰ এফালে বান্ধি আন ফালে মোকোলাই ৰাখি ৰজাৰ নোৱাৰা কথাৰ অৱতাৰণ কৰি সমাজত বিশৃঙ্খল ঘটাইছে ৰাইজে মন কৰি চাব।

১৮৬১ শকত প্ৰকাশ কৰা শ্ৰীশ্ৰীদক্ষিণ-পটীয়া গোস্বামীয়ে সমালোচনাত লেখিছে যে "দহ দিনীয়া অশৌচত প্ৰবৰ্ত্তী লোকৰ অন্ন খালে মাহেকীয়া অশৌচ কৰা লোক বিধিবৎ প্ৰায়শ্চিত্ত হব লাগিব।" অৰ্থাৎ মাহেকীয়া অশৌচ কৰা এজনে ১০ দিনীয়া অশৌচ কৰা মোমায়েক বা দদায়েকৰ অন্ন খালে প্ৰায়শ্চিত্ত হব লাগে। কিন্তু ৰেল জাহাজ বা হোটেলত অন্ন খোৱা. শূদ্ৰিৰ শ্ৰাদ্ধাদি কৰি মৃত শূদ্ৰিৰলৈ উচৰ্গা কৰা খালি আৰু ভোজনিৰ অন্নৰ দ্বাৰাই প্ৰতিপালিত হোৱা. শূদ্ৰিৰ ঘৰত ৰান্ধনি কাম কৰি প্ৰবৰ্ত্তী ব্ৰাহ্মণ সকলৰ অৰ্থে কিবা প্ৰায়শ্চিত্তৰ বিধান প্ৰকাশ্য ভাবে হৈছেনে ?

আম ভাবো যে এই অভিমত পুস্তিকা খনিয়ে দশাহ অশৌচ পালন কৰা, হৰিনামেৰে অন্ত্যেষ্টি ক্ৰিয়া সমাপন কৰা যাবৈ বুলি লেখা হৈছে সেইটো বাঘলৈ বুলি সিংহলৈ মৰাহে হৈছে।

ওপৰত কোৱা হৈছে যে পূৰ্ব্বৰ ৪টা জাত শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ দিনৰপৰা ২টা জাতত ধৰ্ম্ম সম্পৰ্কত পৰিণত হৈছে। গোসাই-মহন্ত সকলৰ গুৰুভাৰ বহন কৰিবৰ শক্তি থাকক নাথাকক তেওঁত সকলৰ সতি সন্ততি আজিও গোসাই মহন্ত হৈয়ে আছে, ভকতো

ভকত হৈয়ে আছে। নাম ধৰ্ম্ম বস্তুৰ মাহাত্ম্য বুজি মোক্ষৰ উপায় কৰি লৈ ৰাজনিগ্ৰহ বা অন্যান্য কাৰণত পৰি আনবোৰ কৰ্ম্ম গৌন হিচাবে এৰা ধৰা কৰি লোক প্ৰবৰ্ত্তিছিল। এতিয়া পুস্তিকা খনিয়ে সেই নাম ধৰ্ম্ম বস্তুকো নৃসিংহ গোসাইৰ আৰু স্বয়ং ভগবান শ্ৰীকৃষ্ণৰ হতুৱাই পেতাৰিত ভৰোৱাই প্ৰেতকাৰ্য্যকে মোক্ষৰ জলন্ত অধিনায়ক পাতি স্মৃতি বেদৰ মতে কৰ্ম্মত অধিকাৰ নথকা শূদ্ৰ

জাতিক কৰ্ম্মমাৰ্গত প্ৰৱৰ্ত্তাবলৈ চেষ্টা কৰা দেখা গৈছে।

পুস্তিকাখনি পঢ়িলে বুজিব পাৰি একালে যেনেকৈ শ্ৰীশ্ৰীশঙ্কৰ মাধৱক মহাপুৰুষ বুলিছে, আনফালে তেখেতসকলক প্ৰেত ক্ৰিয়াৰ কৰ্ত্তা পাতি সত্ত্ব শুদ্ধ বৈষ্ণৱ ধৰ্ম্মৰপৰা বিৰত কৰাই **কিবা এটা** পাতিছে। সেই দৰেই কৰ্ম্মমাৰ্গত অধিকাৰ নথকা শূদ্ৰ জাতিক শ্ৰীযুত মহন্ত দেৱৰ যোগে কৰ্ম্মত প্ৰবৃত্ত কৰাই **কিবা এটা** পাতিছে। লগতে মনু পৰাশৰ কিছুমান বচন দি আৰু আৱশ্যকীয় কিছুমান বচন নিদি মহন্ত দেৱকো **কিবা এটা** পাতিছে। সেইদৰে স্মৃতি-বেদৰ কিছুমান নিসিদ্ধ বচনগৈ আওকাণ কৰি শূদ্ৰ জাতিৰ ওপৰত হস্তক্ষেপ কৰি লিখকো **কিবা এটা** হৈছে। মাত্ৰ হৰি কীৰ্ত্তনীয়া

সকলহে স্থিৰ হৈ আছে।

অৱশেষত জনোৱা হৈছে যেনেকৈ উক্ত গোসাই আৰু মহন্ত সকল স্থান আৰু লক্ষ্যভ্ৰষ্ট হৈয়ো **শোভন্তি**, ঠেহাল, উলুৱাল, মলুৱাল, দিছিয়াল আদি বাপু সকল **শোভন্তি** সেই দৰেই দশাহ অশৌচ পালনকাৰী নাম ধৰ্ম্ম বস্তুক আশ্ৰয় কৰা কীৰ্ত্তনীয়া সকলো **শোভন্তি**। কিয়নো শ্ৰীশ্ৰীশঙ্কৰ দেৱ শ্ৰীশ্ৰীদামোদৰ দেৱ আদি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰা গুৰুসকলে যেনেকৈ তেখেতসকলৰ পূৰ্ব্ব পুৰুষে আচৰণ কৰা শক্তি শৈৱ ধৰ্ম্ম পৰিত্যাগ কৰিলে সেই দৰেই



বৰ্ত্তমানৰ কীৰ্ত্তনীয়া সকলেও তন্ত্ৰ মিশ্ৰিত তথাকথিত বৈষ্ণৱ ধৰ্ম্ম পৰিত্যাগ কৰি পূৰ্ব্বত গুৰুৱে যি বাণী প্ৰচাৰ কৰি গৈছিল সেই বাণী অনুসাৰে পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম আচৰণ কৰিবলৈ যত্নপৰ হৈছে। মুঠতে পূৰ্ব্ব পুৰুষৰ ধৰ্ম্ম পৰিত্যাগ কৰা সকলে প্ৰচাৰ কৰা ধৰ্ম্মকে আজি প্ৰায় সকলো অসমীয়াই গ্ৰহণ কৰিছে। পাৰ্থক্য কোনোৱে গছৰ গুৰিত ধৰিছে কোনোৱে লাখুটিকে ভৰি বুলি ধৰিছে।

মৃত্যুৰ পিচত মৰ্ত্তবাসী কোন কলৈ যায় তাক কোনেও কব নোৱাৰে। মুঠতে এনেবিলাক বাদানুবাদ মহাপুৰুষে লেখাৰ দৰে।

ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ
যৈছন গগন বিয়াপি।
নিন্দাবাদ পৈশুণ্য হিংসা হৰি
তেৰি কৰোহোঁ হামো পাপী॥



# প্ৰকাশকৰ নিবেদন

এই পুস্তিকাখনি কেইবা মাহৰ আগতে যুগুত কৰা হৈছিল। কিন্তু স্থানীয় ছাপাখানা কেউখন বিশেষ কামত লাগি থকা গুণে যথাসময়ত ছাপা কৰাব পৰা নহল। ছাপাখানাত ছাপা কৰিবৰ কাৰণে যোৱা নবেম্বৰ মাহৰ ৯ তাৰিখেই দিয়া হৈছিল। বিশেষ ভাবে যত্ন কৰাৰ ফলত এতিয়া ছাপা হৈ ওলাইছে। পলম হৈ প্ৰকাশ হোৱা বাবে যেন ৰাইজৰ আগ্ৰহ পুস্তিকা খনিৰ বাবে নকমে এয়ে প্ৰকাশকৰ নিবেদন।

বিনীত,

প্ৰকাশকদ্বয়